# ম'হখুটী চাইডিঙত ৰাতিপুৱাবলৈ

মহেন্দ্ৰ বৰঠাকুৰ



প্ৰকাশক :
খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ : আগষ্ট, ১৯৯৩

বেটুপাত :
শ্ৰীবিষ্ণু তামুলী

মূল্য : ২৫·০০ টকা

মুদ্ৰক :
তুষাৰ বছাক
জলি আৰ্ট প্ৰেছ
৭/১এ, জাষ্টিছ মন্মথ মুখাৰ্জী ৰো
কলিকতা-৭০০০০৯

কৃতজ্ঞতা :

যি সকল সম্পাদকৰ তাগিদাই মাজে মাজে গল্প লেখিবলৈ উৎসাহ যোগায়

সংকলনটি প্ৰকাশৰ বাবে প্ৰকাশকৰ ওচৰলৈ মোক লৈ যোৱা কবি বন্ধু হীৰেন ভট্টাচাৰ্যৰ প্ৰতি

বেটুপাতৰ ছবিখন কম সময়তে আঁকি দিয়া স্নেহাস্পদ শ্ৰীমান বিষ্ণু তাম্‌লীলৈ

গল্পকেইটা গোটাই দিয়াৰ বাবে শ্ৰীমতী বিবিৰ প্ৰতিও

আৰু

প্ৰকাশক লয়াৰ্চ বুক ষ্টলৰ শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ প্ৰতি।

সূচীপত্র—

# ম'হখুটী চাইডিঙত বাতিপুৰাবলৈ

বেলখন গুচি গ'ল। বেণুৱে আৰু এবাৰ হাতৰ ঘড়ীটোলৈ চালে। আচলতে ঘড়ীটো নোচোৱাহ'লেও সি কৈ দিব পাৰিলহেঁতেন যে তেতিয়া তিনি বাজি বৰ বেছি পাঁচ মিনিটমান গৈছে। বেলৰ পৰা নামিয়েই সি ঘড়ীটোলৈ চাইছিল। তেতিয়া তিনি বাজিবলৈ সাত মিনিট আছিল।

বেলখন গ'লগৈ। বাতিপুৱাবলৈ কমেও ত্ৰঘণ্টা বাকী। প্লেটফৰ্মখনত সি চকু ফুৰালে, যাত্ৰী আৰু কোনো নমা নাই। অ'ত ত'ত দুই-এটা মানুহ শুই আছে। অঘৰী চাগে'।

সৰু ষ্টেচন, ম'হখুটী। বেণুৰ চিনাকি ষ্টেচনেই। আচহুৱা মুঠেই নহয়। তথাপি বাতি-বিয়লি এনেদৰে নামিব লগীয়া হোৱাত কিবা আচহুৱা আচহুৱা লাগিল। আচলতে বেলখন পাবহি লাগিছিল আগদিনা আবেলি তিনি বজাত, পালেহি সম্পূৰ্ণ বাৰ ঘণ্টাৰ পিছত। আজিকালিনো এইখন বেলত কেইটা মানুহ আহে। বাছত এঘণ্টা-ডেৰঘণ্টাৰ বাট। তথাপি সি বেলত আহিছিল। শিমলুগুৰি মৰাণ বেল। কপলিংচিগা বেল। কিবা এটা মোহ, কিবা এটা আবেগত সি শিমলুগুৰিত উঠিছিল। আহিছিল কলিকতাৰ পৰা। কামৰূপ এক্সপ্ৰেছত। ছঘণ্টা দেৰিকৈ আহি শিমলুগুৰি পাইছিলহি। নিশা দহ বজাত। সেইখনৰ যাত্ৰীসকলৰ অসুবিধা নহ'বৰ বাবেই হেনো কপলিংছিগাক শিমলুগুৰিতে ৰখাই থৈছিল—পুৰা সাত ঘণ্টা। যুক্তিটো শুনি বেণুৰ হাঁহিও উঠিছিল। ভালো লাগিছিল। বহুতদিন এইখন বেলত সি উঠা নাই, এৰা বহুত দিন, কিজানি পোন্ধৰ বছৰ মানেই হ'ল। মাজে মাজে বেলখনলৈ তাৰ মনতো পৰে। সৰুতে, ঠাকুৰবাৰী বাগিচাত থাকোতে, লাইনৰ লম্বাবোৰে বেল বেল খেলে। ইটোৱে সিটোৰ পিঠিত ধৰি বেলৰ ডবা হয়। একেবাৰে প্ৰথমটো ইঞ্জিন, শেষৰটো গাৰ্ড। এই পিঠিত ধৰা শৈশৱৰ বেলখনলৈ তাৰ বেলেকৈ

মনত পৰে, এইখন ৰেলগাড়ীকো তাৰ তেনেকৈয়ে মনত পৰে। ষ্টেচনটো, ষ্টেচন মাষ্টৰ, পইণ্টচ্‌মেন, ৰেলখন—এইবোৰ তাৰ চমৎকাৰী যেমালি যেন লাগে। কিবা এটা কিন্তু পুলকো অনুভৱ কৰে। এসময়ত এই ৰেলখনেই আছিল গতি। এতিয়া কিজানি আমাৰ গতিৰ প্ৰতীক।

টোপোলা দুটামান বেণুৰ আছিল। দুটা কিতাপৰ ট্ৰাঙ্ক, হেণ্ডবেগ আৰু ভি. আই. পিটো। এইসোপা লৈ সি ৰাওঁ বুলিও যাব নোৱাৰে। হয় ষ্টেচনত থৈ যাব লাগিব, নহয় কাৰোবাক পা'পইচা দি লগত ল'ব লাগিব। ষ্টেচনত থ'বলৈ সম্ভৱতে ষ্টেচনত কোনো নাই। ৰাতি বিয়লি ষ্টেচন মাষ্টৰৰ কাম পইণ্টচ্‌মেনেই চলাই দিয়ে। ৰেলখনৰ কাৰণেইনো ৰাক ষ্টেচন মাষ্টৰে কিয় টোপনি খতি কৰিব লাগে। এসময়ত এই ষ্টেচনত ষ্টেচন মাষ্টৰ আছিল—বিশ্বাসবাবু। বিশ্বাসবাবুক সি চিনি পাইছিল। কেৰেণীবাৰী বাগিচাৰ প্ৰায় সকলোৰেই বিশ্বাসবাবুক চিনি পাইছিল। বেণুৱে মনত পেলালে বিশ্বাসবাবুৰ মুখখন। গোলমুখৰ, মিঠাবৰণীয়া, মুৰত চুলি নাই, চকুত ৰূপালী ফ্ৰেমৰ গোল চশমা, পিন্ধনত ধুতি আৰু হাত দীঘল কামিজ। কামিজটো ধুতিত সুমুৱাই পিন্ধে।

বেণুৱে এবাৰ ইফালে-সিফালে চালে। কেৰাচিনৰ লেম্প এটা ষ্টেচনটোৰ বন্ধ দুৱাৰখনৰ মুখতে বেঁকা লোহা এডালত ওলোমাই থোৱা আছে। পুৰণি লেম্পপষ্টটো আছেনে নাই সি এবাৰ ডিঙি মেলি চালে। সেই আগ জোঙা চাৰিচুকীয়া কভাৰটোৰ ভিতৰত চিগ্‌নেল লেম্পটোকে সুমুৱাই থয়।

ষ্টেচনটো অলপ নতুন কৰিলে অৱশ্যে। আগতে টিনৰ ঘৰ এটা আছিল। দূৰৰ পৰা গুদামঘৰ যেন লাগে। টিকেট কাউণ্টাৰৰ লগত থকা বাৰাণ্ডাখনেই ওৱেটিং ৰুম বা জিৰণি কোঠা। তাত এখন বেঞ্চ আছিল। এতিয়া পিছে ঘৰটো পকা কৰিলে। সক আৰ. চি. চি.। টিকেট কাউণ্টাৰৰ লগতেই বাৰাণ্ডাখন আছে। এতিয়াও সেইটোৱেই ওৱেটিং ৰুম। আৰু পকা স্থায়ী বেঞ্চ এখন আছে। বয়বস্তুখিনি একেঠাই কৰি বেণু তাতেই বহিল। টিকেট কাউণ্টাৰৰ দাঁতিতে জেটাৰ

বস্তুটো। ম'হখুটী এটা ফ্লেগষ্টেচনেই নহয়, ই ষ্টেচন কাম পোষ্ট অফিচ। একেজন মাষ্টৰেই ষ্টেচন মাষ্টৰো, পোষ্ট মাষ্টৰো। এতিয়া যদি কিবা পৰিবৰ্তন হৈছে, বেণুৱে নাজানে অৱশ্যে।

শেখৰ বাৰু এতিয়া ক'ত? বিশ্বাসবাবুৰ ডাঙৰ ল'ৰা শেখৰ। শেখৰ ডিব্ৰুগড়, তিনিচুকীয়া নে ডিগবৈ এনেকুৱা ঠাইৰ ডাঙৰ স্কুলত পঢ়িছিল। বন্ধত ম'হখুটীলৈ আহে। বেণুহঁতৰ লগত তেতিয়াই চিনাকী। কেৰেণীবাৰী বাগিচাত সৰু সৰু ল'ৰা জাকৰ এটা টিম আছিল। থাওৰা বাগিচাতো। বেণুহঁতক কেৰেণীবাৰী বাগিচাৰ বৰবাবুৰ ডাঙৰ ল'ৰা ইন্দ্ৰই তিনি নম্বৰী বল এটা শিৱসাগৰৰ পৰা নি দিছিল। ইন্দ্ৰ তেতিয়া হাই স্কুলৰ ছাত্ৰ। শিৱসাগৰত পঢ়ে। বৰ্ডিঙত থাকে। বন্ধ বিলাকত বাগিচালৈ আহে। 'ইন্দ্ৰদা' আহিলে খুব খেল হয়। এজাৰতে বেণুৱে আকৌ এবাৰ ডিঙি মেলি চালে ষ্টেচন মাষ্টৰৰ ঘৰটোৰ কালে। সেইখিনিতেই ফিল্ড এখন আছিল। এতিয়াও আছে চাগে! থাওৰা বাগিচাৰ টিম আৰু সিহঁতৰ টিমৰ খেলা সেই ফিল্ডতেই হয়। 'ইন্দ্ৰদা' সিহঁতৰ টিমৰ কেপ্তেইন, থাওৰা টিমৰ কেপ্তেইন বীৰেশ্বৰ। বীৰেশ্বৰ, থাওৰা বাগিচাৰ পাতবাবুৰ ল'ৰা। সিও শিৱসাগৰতেই পঢ়ে। 'ইন্দ্ৰদা'ৰ লগত একে বৰ্ডিঙত থাকে। বেণু-হঁতৰ টিমত বাবু ল'ৰা মুঠেই তিনিটা, ইন্দ্ৰদা, ৰমাকান্ত আৰু সমীৰ। বাকী আঠোটা ল'ৰাই লাইনৰ। পল্টু চেণ্টাৰ ফৰৱাৰ্ড, বাপৰে কি দৌৰ! বল পালে ৰক্ষাই নাই। তাক 'চৰেই' ভয় কৰে। বেণুৰ চকুত পল্টুৰ মুখখন ভাহি উঠিল। ৰবিনানাৰ ল'ৰা পল্টু। খেলতেই পাগল, নানাই সেই কাৰণেই কম মৰিয়াইছিলনে। নানাৰ কথা আছিল পল্টু এতিয়া একেবাৰে বাচ্চা হৈ থকা নাই। গতিকে হাজিৰা কামত যাব লাগে, চাংঘৰত তাৰ বয়সৰ ল'ৰাই কাম কৰে। ডাঙৰৰ আধা হাজিৰা পায়। ৰবিনানাৰ সহায় হয়। অন্ততঃ পল্টুৰ নিজৰ 'বেচল'ৰ খৰচটো ওলায়। পিছে নাই, খেল থাকিলেই পল্টু কামত নাযায়। আবেলি চাৰি বজাৰ পৰাই বাগানৰ পাত্ত আছে। সেই সময়তহে

চাংঘৰত কাম হয়। পাতজোখাৰ পিছত টুকুৰীৰ পাতবোৰ চাংঘৰত ঢালি দিয়া হয় মেলি দিবৰ কাৰণে। গতিকে পাত মেলি দিবৰ কাৰণে মজদুৰ বাচ্চাবিলাকক লগোৱা হয়। 'জুভেনাইল'ৰ হাজিৰাও কম। বাগিচাৰ মালিক পক্ষৰো লাভ—কম বয়সীয়া ল'ৰাহঁতক ভৱিষ্যতৰ মজদুৰ গঢ়াত সুবিধা হয়। মজদুৰ পৰিয়ালৰো লাভ, সোনাৰ মুখত মাখি পৰাৰ নিচিনা। সেইবোৰ তেতিয়াৰ কথা, এতিয়াৰ খবৰ বেণুৱে ৰবকৈ পোৱা নাই। পল্টুৰ হাজিৰা প্ৰায়ে কটা যায়। কামৰ সময়ত মানুহ নাপালে হাজিৰা বাবুৱে হাজিৰা দিব কেনেকৈ? ঠিকা পাতৰ সময়ত কেতিয়াবা চাৰে সাত বজামানলৈকে ওজন চলে। কলঘৰ বিশ-বাইচ ঘণ্টালৈকে চলে। কাৰো গাত ৰক্ষা নাথাকে। এদিন দেখা গ'ল চাংঘৰত হুলস্থূল। ৰবিনানাৰ চিঞৰ-বাখৰ। প্ৰকাণ্ড টাঙোন এডাল হাতত লৈ পোনেই আহি পালেহি, বেণুৰ ওচৰ। পল্টু ক'লৈ গৈছে ক'ব লাগে। য'তেই আছে ত'তেই ধৰিবগৈ—সি সদায় কামত ফাঁকি দিয়ে কিয়। ৰবিনানাৰ খং বেণুৱে দেখিছে, কিন্তু সিদিনাৰ দৰে দেখা নাই। হাজিৰা বাবু, পাতবাবু, চোট কেৰেণী, হেডটিহাউচ বাবু সকলোৱে ৰবিনানাক পল্টুৰ কথা কৈ এনেভাৱে উত্তেজিত কৰি তুলিলে যে ৰবিনানাই আৰু সহি থাকিব নোৱাৰিলে। ৰবিনানায়ো জানিছিল যে পল্টুৱে নিশ্চয় ক'ৰবাত বল খেলি আছেগৈ। হাজিৰা বাবু, পাতবাবু, চোট কেৰেণী, হেডটিহাউচ বাবুৰ কথা শুনি ৰবিনানাই বুজি উঠিল যে 'আমাৰ ল'ৰাই, মজদুৰৰ ল'ৰাই, খেলা-ধুলা কৰি সময় অপব্যয় কৰিব নাপায়। হাজিৰা কৰিবলৈ সিহঁতৰ জন্ম, হাজিৰাৰ বাহিৰে অইন কাম কিয় কৰিব! হাজিৰা এৰি বল খেলিবলৈ তাৰ কি এক্তিয়াৰ আছে! সি কিয় যাব!' হয়তো এই কিয় যাবটো ৰবিনানাৰ মুৰত এনেদৰে ঘূৰিবলৈ ধৰিলে যে সি আৰু বৈ থাকিব নোৱাৰিলে। টাঙোনডাল হাতত লৈ পল্টুক বিচাৰি ওলাল। প্ৰতিটো খোজ এনেভাৱে মাটিত পৰিবলৈ ধৰিলে, প্ৰতিটো শব্দ জিভাই এনেদৰে উচ্চাৰণ কৰিবলৈ ধৰিলে, টাঙোনত হাতৰ খামোচ এনেভাৱে পৰিল

যেন পল্টুৰে বল খেলিবলৈ নগৈ কাবোবাক হত্যা কৰিবলৈ গৈছে, ক'ৰবাত ডকাইতি কৰিবলৈ গৈছে, সতী নাৰীৰ সতীত্ব লুণ্ঠন কৰিবলৈ গৈছে! তাৰ দোষ, সি খেলিবলৈ গৈছে, বল খেলিবলৈ। তাক মৰাণলৈ মাতি নিছে। শিৱসাগৰ টাউন ক্লাবৰ লগত মৰাণ ক্লাবৰ খেল। বেণুৰে জানে কথাটো। বাতিপুৱা ছবজাৰ বেলখনতে গ'ল। সদিয়াৰ সাত বজাৰ ট্ৰেইনত আহিব। এই কপলিংছিগা বেলখনবো সময় অদ্ভুত। উজনিমুৱাখন শিমুলগুৰিৰপৰা এবে পুৱা চাৰে চাৰি বজাত, মৰাণ পায়হি যদি সময়ৰ নিয়ম পালন কৰে, চাৰে সাত বজাত। আৰু' মৰাণৰ পৰা এৰে দহ বজাত, সেইখনেই আৰু' আবেলি তিনি বজাত শিমলুগুৰিৰ পৰা আহে......চান্টিং কৰি কৰি আহি থাকে। দুই-তিনিটা 'পেচেঞ্জাৰ' ডবা থাকে যদিও এই বেলখন যথাৰ্থতে 'পেচেঞ্জাৰ'ৰ বাবে চলাই ৰখা নাই। গতিকে 'পেচেঞ্জাৰ'ৰ সুবিধাৰ কথা ভাবি সময়সূচী কিম্বা ডবাবোৰ পৰিষ্কাৰ-পৰিচ্ছন্ন ৰখাৰ প্ৰশ্নই আহিব নোৱাৰে। ম'হখুটী, থাওৰা, আমল'গুৰি চাহ বাগিচা কেইখনৰ পৰা চাহপাতৰ বাকচবোৰ নিয়াৰ প্ৰয়োজনতে বেললাইনটো বহুৱা হৈছে। আৰু সম্ভৱ বেণুৰ দৰে নিতান্ত আবেগিক প্ৰয়োজনতহে দুই এজন যাত্ৰী এই বেলত উঠে। বেণুৰে অৱশ্যে কেৱল আবেগৰ বাবেই বেলত উঠা নাছিল। তাৰ বয়বস্তুবোৰ আছে, বাছত আহিলে হয় থাওৰা বাগিচাৰ গেটৰ সন্মুখত নামিব লাগিব, নহয় একেবাৰে চেপন পাবগৈ লাগিব। য'তেই নানামক কিয়, তাৰ লক্ষ্য স্থানলৈ কমেও পাঁচ কিলোমিটাৰ খোজ কাঢ়িব লাগিব। লগত বস্তুসোপা। কিন্তু-চিন্তা মতীয়া-চতীয়াৰ কথা এই ঠাইত ভবাই নাযায়। ষ্টেচনৰ পৰা সেইখিনি খোজ কাঢ়িব নালাগে। দ্বিতীয়তে বাতিপুৱালে বয়-বস্তুবোৰ ষ্টেচনতেই থৈ যাব পাৰিব। পিছত মানুহ আহি লৈ যাবহি। এই আবেগ আৰু প্ৰয়োজন দুয়োটাই বেণুক এইখন বেলত আনিলে আৰু এই দুয়োটাৰ বাবেই বহুতেই এইখন বেলত উঠে। বহুত দিনৰ মূৰত সি ইয়ালৈ আহিছে। বহুত দিন। কিন্তু ক'তা—আজাৰৰ পোহৰত

সি বিধিনি দেখিলে বা দেখিছে সেইবোৰক সি যেন লৈ কাঢ়িছে এৰি থৈ গৈছে। যোৱা পোন্ধৰ বছৰত বহুত ঠাইৰ বহুত পৰিৱৰ্তন হ'ল। দিখৌ-দিচৈৰ বুকুৰেদি বহুত পানী বাগৰি গ'ল, কিন্তু পৰিৱৰ্তনৰ কোনো ঢৌ সম্ভৱতে, এই আত্মাৰ পোহৰত, তাৰ চকুত পৰা নাই। মাথোন ৰেল ষ্টেচনটোৰ বাহ্যিক অৱয়ৱটোৰ পৰিৱৰ্তন হ'ল। টিণ্ডৰ গুদাম যেন ঘৰটোত ইটাৰ বেৰ হ'ল। ইয়াৰ কাৰোৰে লগত তাৰ যোগাযোগ নাছিল। এবাৰ গুৱাহাটীত থাকোতে, দহবছৰ মানৰ আগতেই অৱশ্যে, পল্টুক সি লগ পাইছিল। বৰদলৈ ট্ৰফি খেলা চাবলৈ সি ঘৰৰ পৰা মনে মনে গৈছিল। ইন্দ্ৰদাৰ লগত গৈছিল। ইন্দ্ৰদাই তেতিয়া অ. এন. জি. চিৰ চাকৰিত নতুনকৈ সোমাইছিলহে। পল্টুৱে হেঁনো ৰবকৈ খাটনি ধৰিলত ইন্দ্ৰদাই কৈ দিলে, 'ঠিক আছে, গুলাবি। আমাৰ অফিচৰ 'কোটা' আছে, দুটা টিকট মই ৰাখি দিম। টিকটৰ দাম বাৰু তই মোক দিব নালাগে, ৰেলৰ ভাড়া আৰু থকা মেলাৰ খৰ পাঁচশ টকা যোগাৰ কৰিবি।' পল্টুৱে তিনিশ টকা যোগাৰ কৰিছিল। ঘৰৰ খিৰতী গাইজনী ৰকতাৰ নোমল খাটনীয়াৰ ওচৰত এশ টকাত বন্ধক থৈছিল। সেই কথা সি এনেদৰে কৈছিল, "তিনিশ টকা ক'ত যোগাৰ কৰোঁ। এদিন চালা কি কৰিলোঁ জান, আমাৰ যে পাখৰী গাইজনী আছিল তোৰ মনত আছে? গাইজনী ৰমাকান্তৰ গোহালিত বান্ধি থৈ আহিলোঁ—চুপ চাপ সেই ঘৰলৈতো গৰু অহা নাই। বাবাই হাল্লা লগাই দিছে। মই বোলো ৰ মই বিচাৰি যাওঁ। এই বুলি গৰু বিচাৰি গৈ গৰু একেবাৰে হেৰুৱাই দিলোঁ। বুজিলি?" বেণুৱে বুজা নাছিল। পল্টুৰ ফালেই একেথৰে চাই আছিল। "নাই বুজা? ৰমাকান্তৰ গোহালিৰ পৰা গৰু লৈ একেবাৰে ৰকতা পাই গ'লোঁ। দূৰত নিদিলেতো গৰু আকৌ আহি যাব, বন্ধক দিয়া কথাটো জনাজনি হৈ যাব। গতিকে ম'হখুটীৰ পৰা ৰকতা মাৰি দিলোঁ। এশ টকা পালোঁ। ঠিকা পাতৰ সময়ত অলপ বেছি খাটনি কৰি পইচা উলিয়াই বন্ধক মোকোলাই আনিম। বাবাৰ বৰ মৰমৰ গৰু বুজিছ। মোৰো

দুখ লাগি গৈছে। পিছে, এইবাৰ বোলে 'কৰিণটিম' আহিব। গৰুটো পইচা হ'লেই পাম, কিন্তু 'কৰিণটিম'ৰ খেলা চাবলৈ ক'ত পাম ? সেই কাৰণে.........." বিশ্বকাপৰ কথা পল্টুৱে নাজানে ( তেতিয়া টি. ভি. ও নাছিল। থকা হ'লেও........) কিন্তু ৰবদলৈ ট্ৰফিৰ কথা জানে। খবৰ কাগজত ৰবদলৈ ট্ৰফিৰ কথা থকা বুলি জানিলে সেই কাগজ যেনেতেনে যোগাৰ কৰি কাৰোবাৰ হতুৱাই পঢ়ুৱাই হ'লেও সি শুনিব। তাৰ পিছত..........

শিয়ালে হোৱা দিছে। বহুত দিন বেণুৱে শিয়ালৰ হোৱাও শুনা নাছিল। ইয়াতো এটা চিনাকি মাত। শিয়ালৰ হোৱাও ইমান আপোন হ'ব পাৰে ! আগেয়েতো শিয়ালৰ হোৱাও শুনিলে দস্তৰমতে সি ভয় খায়। গাটো জাৰ জাৰ লাগি যায়। কিন্তু আজি, এই নিৰ্জন বাতিটোত, ম'হখুটী চাইডিঙৰ এই বেঞ্চখনত, 'অকলে অকলে' বহি থাকোতে, পোহৰ বছৰীয়া সান্নিধ্যহীনতাই ঠাইখন অজান-অপৰিচিত কৰি পেলাবৰ উপক্ৰম কৰোতে, হাবিৰ বনৰীয়া শিয়ালজাকৰ হোৱাটোৱেও যে মনত আবেগ জগাব পাৰে, সেই কথা বেণুৱে এইমাত্ৰ উপলব্ধি কৰিলে। এসময়ত ইয়াত বাঘৰ উৎপাত কম আছিলনে ? কোন মুহূৰ্তত গোহালিৰ পৰা গৰু দাঙি নিয়ে, কোন মুহূৰ্তত বাঘ আহি ঘৰৰ চোতালত শুই থাকেহি একো ঠিক নাই। ৰাতি বিয়লি বাহিৰলৈ বুলি উঠিব লগীয়া হ'লে অতি সতৰ্ক হৈ হে দুৱাৰ খুলিব লাগে। ইয়াৰ প্ৰায় মানুহেই চোতালত জুই জ্বলাই থয়। জুই ধৰি শকত শকত কাঠ জাপি থৈ আহে। পিছলৈ বাঘে জুইলৈকো ভয় নকৰা হ'ল। জাৰ কালি জুইৰ উম ল'বলৈহে অহা হ'ল। এতিয়া বাঘবোৰ আছেনে নাই জানো ! 'মিলন চাহাব' আছেনে নাই বাৰু ? বাঘ চিকাৰী বুলিলে বেণুৰ সদায় 'মিলন চাহাব'ৰ মুখখনহে মনলৈ আহে। দুটা বাঘ কাণ্ডত পেলাইছিল আৰু এটাক গুলীয়াই মাৰিছিল। মুখুকেইটা বেণুৰ আগত ভাহি উঠিল। তেতিয়া বাৰু তাৰ বয়স কিমান হ'ব ? বাৰ ? তেৰ ? এনেকুৱাই কিবা এটা। এটা ডাঙৰৰ নিচিনা ঘৰ সাজিছিল। কেচ ওখ। তাতে

হেনো চাহাব বহি আছিল। তলত বাঘধৰা ফাণ্ড। এটা জীয়া ছাগলী একালে থৈ দিছে। সেইটোৱেই বাঘৰ টোপ। বাঘে ছাগলী খাবলৈ আহি গড়ালটোত সোমাই পৰিব আৰু লগে লগে গড়ালৰ দুৱাৰ বন্ধ হৈ যাব। ছাগলীটোক বাঘে চুবগৈ নোৱাৰে। লোভত পৰি বেচেৰা বন্দী হৈ যায়। পিছে ছাগলীটোৱে বৰ ভয় খায়। ওচৰত বন্দী বাঘটোৱে গুজৰি-গুমৰি থাকিলে সিনো বাৰু ভয় নাখাব কিয় ? এবাৰ এটা কাণ্ড হৈছিল। দিবৈ নৈৰ পাৰত, ম'হখুটী আৰু আমল'গুৰি বাগিচাৰ মাজ মানতে হ'ব কিজানি, 'মিলন চাহাব' টঙি ঘৰত উঠি বাঘলৈ খাপ পাতি বৈ আছিল, তলত বাঘ ধৰা ফাণ্ড। ছাগলী বান্ধি থোৱা আছে। দুদিনৰ আগতে সেই ঠাইতে বাঘে গৰু খাইছিল, মিলন চাহাবৰ লগত থাকে, বিচ্ৰাম। বেণুতকৈ বিচ্ৰাম বৰ বেছি দুই তিনি বছৰৰ ডাঙৰ হ'ব। সিহঁতৰ আগত সি ফৰাফৰ ইংৰাজী কৈছিল। বিচ্ৰামৰ কথা মনত পৰি বেণুৰ হাঁহি উঠি গ'ল। বিচ্ৰামকে সিহঁতৰ চাহাব চাহাব লাগিছিল। চাহাবৰ লগত থাকি থাকি সি চাহাবৰ আদৱ-কায়দাবোৰ শিকি লৈছিল। ইস্ত্ৰি কৰা কাপোৰ আৰু জোতা মোজা পিন্ধিছিল। চাহাবে খোৱা চিগাৰেটটো খাইছিল আৰু সেই চিগাৰেটত হোপা এটা মাৰিবলৈ বেণুহঁতে ব্যাকুল হৈ তাৰ পিছে পিছে ফুৰিছিল। চিগাৰেটত হোপা এটা মাৰিবলৈ দিব আৰু তাৰ বাবে সি বেণুহঁতৰ লগত কিমান যে চুক্তি কৰিছিল। যেনে— মীনুক সি 'নেইলপলিচ' দিব খোজে, তাই ল'ব নে নলয়, মীনুক সি 'পেন্সিল কাটাৰ' এডাল দিব খোজে, তাই ল'ব নে নলয়। পেন্সিল কাটাৰ ডাল কিন্তু ইয়াৰ নহয়, একেবাৰে বিলাতৰ। চাহাবে বিলাতৰ পৰা অনা। বিচ্ৰামক চাহাবে মৰম কৰি সেইডাল উপহাৰ দিছিল। সি কিন্তু মীনুক দিব খোজে। মীনু কলঘৰ বাবুৰ ছোৱালী। বেণুক বিচ্ৰামে খোলা খুলিকৈয়ে কৈছে যে তাইক চকুৰ আগত দেখি থাকিলে তাৰ মনটো বৰ ভাল লাগে। তাইৰ লগত তাৰ কথা পাতিবলৈ মন যায়। কিন্তু ভয় লাগে। বাবুছোৱালী। কিজানি কি ভাবে। মীনুক

কেলুৱে ভালকৈ জানে। হৈ হাল্লা কৰি ফুৰা ছোৱালী। মুখ পিছে চোকা। ফচাফচ কথা কৈ দিয়ে। স্কুলত পঢ়ে। বাগিচাৰ পৰা অলপদূৰত মাইনৰ স্কুলখন। নেমুগুৰি পাবগৈ নালাগে। দিবৈ নৈখন পাৰ হ'ব লাগে। খৰালি খোজকাঢ়িয়েই পাৰ হ'ব পাৰি, বাৰিষা নাৱেৰে পাৰ হ'ব লাগে। বাগিচাৰ পৰা ঘাটলৈ তেতিয়াৰ জোখত ডেৰমাইল আৰু ঘাটৰ পৰা স্কুলখনলৈ আধামাইল। মীনুক ভাল লাগে বাবেই বিচৰামে চাহাবক কৈ মাইনৰ স্কুলত নাম লগাই ল'লে। বাগিচাৰ স্কুলত সি তৃতীয় মানলৈকে পঢ়িছিল। অসুবিধা নহ'ল। তাতে চাহাবে চিঠি দিলে। বিচৰামক একেবাৰে ফাইভত নাম লগাই দিলে। মীনুতকৈ একশ্ৰেণী বেছি। চাহাবৰ লগত থাকি থাকি ইংৰাজী সি জনাই হৈছিল। আখৰো শিকিছিল। ইংৰাজী তাক মেমে শিকাইছিল। মিলন চাহাব এবাৰ বিলাতলৈ গৈ ঘূৰি আহোঁতে লগত মেমো লৈ আহিছিল। পিছে ছমাহমান থকাৰ পিছত মেমজনী আৰু' বিলাতলৈ গুছি গ'লগৈ। গ'ল যি গ'লেই। আৰু ঘূৰি নাহিল। মিলন চাহাবো তাৰ পিছত আৰু বিলাতলৈ যোৱা নাই। বিচৰামেই কৈছিল যে চাহাব মেমৰ মাজত কাজিয়া লাগে। চাহাবে বেছি কথা নকয়, মেমজনীয়ে পিছে বকি থাকে। চাহাব বেলেগ কোঠাত শোৱে। বিচৰামৰ বোলে চাহাবকো বেয়া নালাগে, মেমকো বেয়া নালাগে। তাক মেমেও মৰম কৰে, চাহাবেও মৰম কৰে। মেমেই তাক ইংৰাজী কিতাপ আনি দিছিল, পঢ়াইছিলো। তাক বিলাতলৈকো লৈ যোৱাৰ কথা কৈছিল। পিছে এদিন দেখোন মেম ভুচুং কৈ অকলে অকলেই গুচি গ'লগৈ। বিচৰাম চাহাবৰ লগতে থাকিলহি বাপেকেও তাৰ খা-খবৰ নোলোৱা হ'ল, সিও তাৰ নিজৰ ঘৰলৈ নোযোৱা হ'ল। থাওৱা বাগিচাৰ ফাল্টু লাইনত তাৰ বাপেক থাকে, মাক কেতিয়াবাই মৰিল। বাপেকে আৰু দুবাৰো বিয়া কৰালে। চাহাবৰ লগত থাকি থাকিয়েই তাৰ অভ্যাস হৈ গ'ল। বঙলাতে তাক 'কম' এটা দি দিছে। চাহাব বাহিৰলৈ গ'লে সি খাখোন চাহাবৰ লগত যাব লাগে। চিকাৰত

চাহাবৰ সাংঘাতিক চখ, বিশেষকৈ বাঘ চিকাৰ। তেতিয়াও বিচ্‌ৰামেই বাঘ লাগে। আনক নিনিয়ে। প্ৰথমে বিচ্‌ৰামে হেনো বৰ ভয় খাইছিল। এদিন বোলে হেৰিয়েই হৈ গৈছিল, মানে পেণ্টটো তিতি গৈছিল। চাহাবে খুব হাঁহিছিল। সেই কথা পিছত বেণুৰ আগত কৈ হাঁহিছিল বিচ্‌ৰামে—নিজেই। চিকাৰলৈ যাবলৈ নাপালে পিছলৈ বিচ্‌ৰামৰ মনটো তহতহাই থকা হ'ল। সি যিখন মাইনৰ স্কুলত পঢ়িছিল সেইখনৰ পৰা এমাইল দূৰত আক' হাই স্কুলখন। তাত ৰমাকান্তই পঢ়ে। টেনত। ৰমাকান্ত সিহঁতৰ গার্ডেনৰ নিচিনা। কেৰেণীবাৰীৰ গোটেইমখা স্কুলীয়া ল'ৰা-ছোৱালী প্ৰায় জুম বান্ধি যায়। চকলীয়াৰ পুৰাও আছে, থাওবাৰ পৰা দুটামানে চাইকেল লৈ আহে, ম'হখুটী আৰু আমল'গুৰি বাগিচাৰখিনি আছেই। ঘাটতে প্ৰায় গোটেইবোৰ লগ হয়। খৰালি গোটেইজাক যেতিয়া খোজ কাঢ়ি নৈ পাৰ হয়, নৈখন তেতিয়া একেবাৰে হেৰাই যোৱাৰ নিচিনা হয়। বাৰিষা পিছে নাও লৈ সমস্যা হয়। ঘাটত চাৰিখন মানহে নাও থাকে। নাওবোৰে ইপাৰ-সিপাৰ কৰি চামে চামে ল'ৰা-ছোৱালীবোৰ থৈ আহেগৈ। বেণু সকৰে পৰাই অলপ অকলশৰীয়া। সি প্ৰায় শেষত পাৰ হয়। বেণুক এৰি বিচ্‌ৰাম আগবাঢ়ে। তাৰ গতি নিৰ্ণিত হয় মীনুৰ গতিৰ ওপৰত। সেই সময়ত হাই-স্কুল-মাইনৰ স্কুলৰ ল'ৰা-ছোৱালী বিলাক ডাঙৰ ডাঙৰ আছিল। ক্লাছ টেনৰ বহুতকেই মানুহ যেনে লাগিছিল। বিয়া কৰোৱা ল'ৰাও আছিল এইট, নাইন, টেনত। সেই তুলনাত বিচ্‌ৰাম বা বেণু সৰু আছিল। বিচ্‌ৰামৰ কিন্তু প্ৰেম ভাব আহিছিল। বেণুৱে ৰবকৈ উৱাদিহ পোৱা নাছিল। কাৰণ বেণুৰ স্কুল বা পঢ়া দুয়োটাই আছিল অনিশ্চিত। বাপেক যেতিয়া মৰিছিল তেতিয়া তাৰ কথা মনত ৰাখিব পৰাৰ বয়সেই হোৱা নাছিল। মাকৰ ওচৰলৈ আৰু বহুত মানুহ আহিছিল। বাগিচাৰ মেনেজাৰেও পৰামৰ্শ দিছিল আক' বিয়া কৰাবলৈ। সকলোৱেই বোলে মাকক জুলুম কৰিছিল। পিছে বেণুকে বুকুত বান্ধি মাক বৈ গ'ল। সেইবোৰ কথা——

সাই, নিজৰ কথা ভাবিবলৈ বেণুৰ মন নগ'ল। কিন্তু বিচ্‌ৰাম? মীনুৰ লগত কথা পাতিবলৈ অকণমান সুযোগ পালেও সি হাতকে স্বৰ্গ পোৱা দি পায়। পিছলৈ মীনুৱে তাক তাইৰ ভালেমান কামেই কৰাবলৈ ধৰিলে, যেনে—পেনত চিঞাহি ভৰাই আনি দিয়া, বগৰি আনি দিয়া, জলকাই আনি দিয়া, আৰু তাৰ লগত নিমখ বিচাৰি অনা—ইত্যাদিবোৰ কাম। বিচ্‌ৰামে পৰম উৎসাহেৰে তাইৰ কামবোৰ কৰি দিয়ে।

'বাবু'ৰ ল'ৰা ৰমাকান্তই এখন চাইকেল ল'লে। মানে বাপেকে এখন চাইকেল কিনি দিলে। একেবাৰে নতুন ৰেলি চাইকেল। বিচ্‌ৰামে মনে মনে ভাল পাইছিল। ৰমাকান্ত দলত থাকিলে মীনুৰ ওচৰা-ওচৰিকৈ ঘোৰাত, কথা পাতি পাতি ঘোৰাত মাজে মাজে অসুবিধা হয়। ৰমাকান্তই, দলৰ বয়োজ্যেষ্ঠ হিচাবেই, সকলোতে আধিপত্য বিস্তাৰ কৰে। গতিকে ৰমাকান্তই চাইকেল লোৱাত বিচ্‌ৰামৰ আনন্দৰ মাত্ৰা আনতকৈ স্বাভাৱিকতেই বেছি হ'ল। কিন্তু.......বেণুৱে অকলে অকলেই এবাৰ হাঁহিলে আচলতে তাৰ শব্দ কৰিয়েই হাঁহিবৰ মন গৈছিল। পিছে অকলে' কান্দিবহে পাৰি, হাঁহিব নোৱাৰি। অৱশ্যে এতিয়া, সি সশব্দে হাঁহিলেও তাক বলিয়া বুলি ভাবোতা বা কওঁতা কোনো নাই। এয়া পুৱাৰ অপেক্ষাত ম'হখুটী চাইডিঙৰ বুকিং কাউণ্টাৰৰ কাষৰ বেঞ্চখনত বেণু অকলে। সকতেই সি শুনিছিল বোলে ছুটা সময় বৰ ভয় লগা। এটা হ'ল সন্ধিয়াৰ সময় আৰু আনটো হ'ল পুৱাৰ সময়। দেৱ দেৱতাৰ পৰা আদি কৰি ভূত-প্ৰেত, ডাকিনী-যখিনীবোৰে হেনো পৃথিৱীত বিচৰণ কৰে। হুওঁতে দেৱতা অসুৰ, দৈত্য-দানৱ, কিম্বা ভূত প্ৰেত, ডাকিনী-যখিনীৰ নৈশ ভ্ৰমণৰ ভালেমান প্ৰত্যক্ষ-পৰোক্ষ অভিজ্ঞতা তাৰ দিল্লী মহানগৰীতেই হৈছে! এইবোৰ অৱশ্যে অশৰীৰি নহয়! মানৱ কায়া, অতি মানৱীয় ক্ষমতাসম্পন্ন। এওঁলোকে—চাইকেলৰ কথা......অ' এৰা চাইকেল! ৰমাকান্তৰ চাইকেল। বেণুৰ মন আকৌ ৰমাকান্তৰ চাইকেল পালেগৈ। পালেগৈ

বিচৰাৰৰ ওচৰ। এদিন গোটেইজাক খোজ কাঢ়ি আহি আছে স্কুলৰ ফালে। ঘাট পাবলৈ প্ৰায় এক ফাৰ্লং বাকী। আগে আগে মীনু প্ৰমুখ্যে ছোৱালীজাক, কমলা, নিশি, আইজনী, মাকণ, আৰু পিছে পিছে ল'ৰাজাক। বাটেদি, গৰুগাড়ী এখনো অহা নাছিল বাবে— গোটেই বাটটো সিহঁতজাকেই জুৰি গৈছিল। বেণু বাটৰ কিনাৰে কিনাৰে। ইতিমধ্যে আহক চাইকেলেৰে কোঁ কোঁৱাই ৰমাকান্ত। চুবীয়াৰ আগ ফি ফি কৈ বতাহত উৰি আহিছে। টিলিং টিলিংকৈ 'বেল' বজাই আহিছে। মীনুৱে বোলে 'ৰ বাপেকে, কেনেকৈ পাৰ হৈ যায় চাওঁ।' এইবুলি তাই চাইকেলৰ আগত অগাদেৱা কৰিবলৈ ধৰিলে। ৰমাকান্তৰ জোতাপোতা লাগিল। 'বাট এৰ, বাট এৰ' কৈ চিঞৰিবলৈ ধৰিলে। মীনুৱে বোলে, "ইস্, আমি খোজ কাঢ়ি যাম আৰু তুমি ফুৰং কৈ চাইকেলত যাবা। নহ'ব। তুমিও নামা।" ৰমাকান্তই বোলে, "যাব যদি তয়ো উঠ।"

"সঁচা নিবা ?"

"উঠ যদি নিম।"

"ঠিক ?"

"তই উঠচোন।"

মীনুৱে ফট্‌কৈ পেডেলত ভৰি দি 'বাৰ' ফালত বহি দিলে। মুখত হাঁহি। ৰমাকান্তয়ো ফট্‌কৈ উঠি চাইকেল চলাই দিলে। গোটেই জাকেই গিৰ্জনী মাৰি হাঁহিলে। ৰমাকান্তই মীনুক লৈ আগবাঢ়ি গুচি গ'ল। ইয়াৰ পিছত, প্ৰায় সেইখিনি ঠাইতে আহি ৰমাকান্তই মীনুক তুলি নিবলৈ ধৰিলে। একেখন বাগিচাৰে একে বাবুলাইনৰে ৰমাকান্ত আৰু মীনু। গতিকে কোনেও একো নাভাবে। ককাই-ভনীৰ দৰে। এদিন পিছে বিচৰামে মীনুক অকলে পাই কৈ দিলে, "তুমি চাইকেলত তেনেকৈ উঠিলে মোৰ দেখিবলৈ বেয়া লাগে।"

"তোৰ দেখিবলৈ বেয়া লাগে, পিছে মোৰ কি হ'ল ?" মীনুৰ উত্তৰ।

"ৰমাকান্তৰ মানে হেৰি, স্বভাবটো বেয়া।"

এইবাৰ কথাকে মীনুৱে ৰমাকান্তক কৈ দিলে। আৰু এদিন, বাটত, সকলোবিলাক ল'ৰা-ছোৱালীৰ আগতেই, ৰমাকান্তই বিচ.ৰামক ধৰি চৰিয়ালে, লঠিয়ালে আৰু পেণ্টটো খুলি দিলে………।

বেণুৱে এটি হুমুনিয়াহ কাঢ়িলে। প্ৰায় একুৰি পাঁচ বছৰৰ আগৰ এই দৃশ্যটো মনত পৰিলে বেণুৰ বুকুখন মোচোৰা খাই যায়। সেই দিনাৰ পৰা বিচ.ৰাম আৰু স্কুললৈ নগ'ল। বেণুৰ আগত কান্দি কান্দি সি তাৰ 'দোষ'ৰ কথা কৈছিল। আৰু কৈছিল এনেদৰেই প্ৰায় :

"চাহাবক, মই মিছা কথা কৈ ওলাই আহোঁ। চাহাবে ভাবে মই স্কুললৈ যাওঁ। বিশ্বাস কৰ, মোৰ চৰম লাগে। ল'ৰা-ছোৱালী বিলাকে যেন মোক দেখিলেই হাঁহে। গতিকে মই কেটেপা আৰু বাটলুগুটি লৈ দিনৈৰ পাৰে পাৰে হাবিয়ে হাবিয়ে ঘূৰি ফুৰোঁ। কাউৰী, কণামুচৰি, আনকি শগুনলৈকো কেটেপাৰে বাটলুগুটি মাৰোঁ। তোৰ ওচৰতেই মোৰ মুখ দেখুৱাবলৈ লাজ লগা হ'ল বুজিছ। তোৰ পৰাও মই পলাই ফুৰিছিলোঁ। এদিন হাবিয়ে হাবিয়ে ফুৰোঁতে হঠাৎ দেখিলোঁ ৰমাকান্তৰ চাইকেলখন মাটিত পেলাই থৈছে। মই ভাবিলোঁ, কিজানি মোকেই মাৰিবলৈ ৰমাকান্ত ক'ৰবাত লুকাই আছে। মোৰ বুকুখন কঁপিবলৈ ধৰিলে। তথাপি ঠিক কৰিলোঁ মোক যদি মাৰিবলৈ আহে, ময়ো বাটলুগুটি মাৰি কপাল ফুটুৱাই দিম। বাবু ল'ৰা, চাবু ল'ৰা নামানো। নিজে যাতে ফেপেৰি পাতিবলৈ সুবিধা নিদিওঁ, সেইবাবে লবালৰিকৈ তাৰ পৰা আঁতৰিব খুজিলোঁ। হুটামান খোজ দিছোঁহে মাথোন, শুনিলোঁ কান্দোন, ছোৱালীৰ কান্দোন, কান্দোন মানে উচুপনি, মোৰ কিয় জানো সন্দেহ হ'ল, সেই কান্দোন নিশ্চয়………এৰা, মীনুৰেই। সকলোতকৈ ডাঙৰ কথা হ'ল ময়ো ক'বনোৱাৰাকৈয়ে সিহঁতৰ প্ৰায় মুখামুখিকৈ থিয় হৈ আছোঁ। বুজিবলৈ মোৰ বাকী নাথাকিল যে সৰ্বনাশ ইতিমধ্যে হৈ গৈছে। মাথোন মীনুক ৰমাকান্তই "এতিয়া শান্ত কৰাৰ যত্ন কৰিছে। এনেকৈ অতর্কিতে মোক সন্মুখত

দেখি ছুৱোটাই কিজানি বুৰ্বক হৈ গৈছিল, বুৰ্বক হৈ গৈছিলোঁ মইো, কিন্তু ৰমাকান্তই কিবা কোৱাৰ আগতেই মই তাৰ পৰা প্ৰায় দৌৰি যোৱাৰ দৰেই হাবিৰ মাজে মাজে গুচি গ'লোঁ। বগুলাত তেতিয়া চাহাব নাছিল। চাহাব গৈছিল মাজুলি সত্ৰত। তাতেই চাহাবে ঘৰ সাজিছে। বিটায়াৰৰ পিছত হেনো বিলাতলৈ নাযায়। মাজুলিত থাকিব। শৰণ ল'ব, আচলতে মেম যোৱাৰ পিছৰ .পৰা চাহাব একদম 'দোচোৰা' মানুহ। বগুলাত তেতিয়া, মানে ওপৰত খানচামা আৰু মই, তলত মালি। বাতি ৰমাকান্ত গৈ বগুলা পালেগৈ। মোক ভাই, চাই বুলি বহুত মৰম কৰিলে। মই যি দেখিলোঁ সেই কথা নক'বলৈ ক'লে আৰু মোকো যদি তেনেকুৱা সুবিধা লাগে তেনেহ'লে সেই সুবিধা উলিয়াই দিব বুলি ক'লে। মই কোনো কথাই নক'লোঁ। মোৰ দুখ লাগিছিল। ঘিণ লাগিছিল। মোৰ খং উঠিছিল। ৰমাকান্তক খুচিয়াই মাৰি দিবলৈ মন গৈছিল মোৰ......।"

ৰমাকান্ত, মীনু কিম্বা বিচ্ৰাম—কাৰো খবৰেই বেণুৱে বহুতদিন পোৱা নাই। এবাৰ মাথোন এটা খবৰ পাইছিল যে ৰমাকান্ত ডাঙৰ মানুহ হৈছে, ধনী মানুহ হৈছে। মীনু নিশ্চয় এতিয়া ডাঙৰ ডাঙৰ ল'ৰা-ছোৱালীৰ মাক। হয়তো ৰমাকান্তৰ লগতেই সংসাৰ কৰিছে, হয়তো আন কৰোবাৰ লগত। কিন্তু বিচ্ৰামৰ লগত নহয়, বিচ্ৰামৰ জীৱনলৈ মীনু সোমাব নোৱাৰে। বাধা বহুত। বিচ্ৰামেওতো চাগে' বেচ সংসাৰ কৰি আছে। কিন্তু চাহাব? চিকাৰী চাহাব? মিলন চাহাব? সত্ৰৰ ওচৰত থাকি কেৱলীয়া ভকতৰ জীৱন যাপনৰ খবৰ এটা সি পাইছিল। তেতিয়া সি গুৱাহাটীতেই। পল্টন বজাৰৰ বাছ ষ্টেণ্ডটোৰ কাষত থকা টেক্সি ষ্টেণ্ডটোৰ ওচৰৰ বেবেক এটাৰ কোঠা এটাত বেণু আৰু ললিত ককাইদেউ আছিল। ললিত ককাইদেউক লগ পোৱাও এটা কিন্তু কাহিনীয়েই। হাইজাত পৰি মাকজনী ঢকুৱাৰ পিছত বেণু অকলশৰীয়া যেন হ'ল। সেইবাৰ আৰম্ভে লাইনত বহুত হুতভৰীয়াৰ সৃষ্টি হৈছিল। কনেও লাইনটোত, দুই নম্বৰ লাইনত,

ত্ৰিশজন ছাইজাত পৰি মৰিছিল। প্ৰথম অৱস্থাত বাগিচাৰ ডাক্তৰে নিজে বনাই কণা ঔষধ দিছিল, পিছলৈ বেজীও দিছিল, কিন্তু মহামাৰীয়ে বেতিয়া ধাছিমুছি নিবলৈ ধৰিলে তেতিয়া চাহাবেও দেখিলে যে এনেকৈ হ'লে বাগিচা চলোৱা টান হ'ব, ইফালে 'চিজন টাইম'। গতিকে ডিমৌৰ পৰা ডাক্তৰ অনালে। কিন্তু বেণুৰ মাকক বচাব নোৱাৰিলে। বাচি গ'ল বেণু। মাউৰা বেণু। তাক বাখোতা বহুত ওলাল। মেনেজাৰ চাহাবৰ পৰা আদি কৰি চোটবাবুলৈকে। সকলোৰে একে সহানুভূতি, 'এতিয়া মোৰ ঘৰতে থাক বুজিছ'। 'বাবুনীক' ছুই এটাৰ সহায়ো কৰি দিবি, সহায়নো আৰু কি কৰিবি, তোকে দেখিছোঁ হাতত ধৰিহে ভাত খুৱাব লাগিব। তথাপি·········যি পাৰ। অকণমান ডাঙৰ হ'লেই চাহাবক কৈ বাগিচাৰ কামত সুমুৱাই দিম। বুজিলি ?' বুজিছিল, বেণুৱে ভালদৰেই বুজিছিল যে এই বয়সে তাক বৰ বেছি চাকৰ কৰিব, মানুহ নকৰে। কাণৱা চৰ্দাৰ প্ৰমুখ্যে লাইনৰ মানুহখিনিয়েও বাবুহঁতৰ কথাতে হয়ভৰ দিলে। বেণুৱে মাথোন সকলোৰে উপদেশ-খিনি শুনিহে থাকিল। তাৰ মনত পৰিল ললিত ককাইদেউলৈ। ললিত ককাইদেউ মেজেণ্ডাৰ ল'ৰা। চাকৰি বিচাৰি আহি বাগিচা পাইছিলহি আৰু দিন হাজিৰাত চাহ বাকচত নম্বৰ মৰা কাম পাইছিল। ক্লাছ ছিক্সলৈকে পঢ়িছিল বাবে বাকচত নম্বৰমৰা কামত দিছিল। হেড টি হাউচ বাবুৰ ভায়েকে বিয়া কৰাইছিল মেজেণ্ডাৰ পৰাই। সেই সূত্ৰে হেডটি হাউচ বাবুৱে ললিত ককাইদেউক নিজৰ লগতে ৰাখিলে। ঘৰুৱা ল'ৰাৰ দৰে থাকিব, বজাৰ হাটখন কৰি দিব, শাকনিবাৰীখনত অকণমান চকু ৰাখিব, ইমানেই। পিছে 'ইমানেই' নাছিল। বাগিচাত হাজিৰা কৰাৰ উপৰিও চাহবাবুৰ ঘৰত গেৰাৰি খাটিব লগীয়া হৈছিল। বেণু বয়সত সৰু হ'লেও সি তাৰ কথাবোৰ বেণুৰ আগত কৈছিল আৰু এদিন ভুতংকৈ সি নাইকিয়া হ'ল। বেণুৰ মাক তেতিয়া জীয়াই আছিল আৰু বেণুৰ মাকেও ললিতক বৰ মৰম কৰিছিল, বেণুৰ ঘৰত ললিতে প্ৰায়েই লালচাহ আৰু চাউল ভজা খাইছিল।

এই ললিত ককাইদেউৰ লগতেই ভালে কেইবছৰৰ পিছত বেণুৰ আৰু দেখা হৈছিল গুৱাহাটীত। ম'হখুটীৰ পৰা গুৱাহাটী তেতিয়া বহুত দূৰ। এক প্ৰকাৰ বিদেশেই আছিল। প্ৰথমে কপলিংছিগাত উঠি শিমলুগুৰি। শিমলুগুৰিত এপৰবেলি পৰ দিয়াৰ পিছত গুৱাহাটীৰ ৰেল। মাকৰ মৃত্যুৰ পিছত; সকলো 'শুভাকাঙ্ক্ষীৰে' পৰামৰ্শ অগ্ৰাহ্য কৰি বেণু গুছি গ'ল—এই গুৱাহাটীলৈ। কাণ্‌বা চৰ্দাৰৰ হাতত মাকে এশ টকা জমা থৈছিল। সপ্তাহৰ দৰমহাৰ পৰা এটকা ডেড়টকাকৈ থোৱা পইচা এশ টকা হৈছিলগৈ। বাগিচা কৰ্তৃপক্ষয়ো মাকৰ মৃত্যুৰ পিছত মৰম কৰি কুৰি টকা দিছিল। সকাম নিকামত তাৰে সি দহ টকা খৰচ কৰিলে। কাণ্‌বা চৰ্দাৰে দিয়া টকা এশকে প্ৰধান সাৰথি কৰি লৈ সি অনিশ্চিত ভৱিষ্যতৰ বাবে সাজু হ'ল। সি গুৱাহাটীলৈ যাব। গুৱাহাটীত কি কৰিব সেই কথা অৱশ্যে ক'ব নোৱাৰে। কিন্তু যাব।. লক্ষ্য তাৰ আছে, যুঁজৰ সাহস আছে। সি শুনিছিল যে তাত ৰাতি স্কুলো আছে। বহুতে দিনত কাম বন কৰি ৰাতিৰ স্কুলত পঢ়ে। আশা মাথোন সেইখিনিয়েই।

গুৱাহাটীত নামিয়েই তাৰ চিন্তা হৈছিল—কি কৰিব, ক'লৈ যাব? ছনিশা ৰেল ষ্টেচনৰ প্লেট ফৰ্মত থাকি তাৰ যি অভিজ্ঞতা হ'ল সেই অভিজ্ঞতা সামান্যতমো সুখজনক স্মৰণীয় নহয়। আতৌ পুতৌকৈ বুকুত বান্ধি অনা পেণ্ট কামিজ আৰু টকা চাৰিকুৰি কোনে কোন তলকত লৈ গ'ল। অসহায় হৈ সি অলপ সময় কান্দিছিল। কিন্তু লগে লগেই বুজি উঠিল যে চকুপানীৰে বিপদ আঁতৰাব নোৱাৰি। ললিত ককাইদেউক বিচাৰি যাব লাগিব, কিন্তু ক'ত? বাগিচাত থাকোতেই সি খবৰ পাইছিল যে ললিত ককাইদেউ গুৱাহাটীলৈ আহিল। কিন্তু গুৱাহাটীৰ ক'ত? গুৱাহাটীতো আৰু কেৰেণীবাৰী বাগিচা নহয় যে আধা ঘণ্টা এঘণ্টাতে ইমূৰ সিমূৰ কৰি পেলাব পাৰিব। তাৰ আগতে সি ক'ৰবাত কাম বিচাৰিব লাগিব। যি কোনো কাম—হোটেল ৰেষ্টুৰেণ্টৰ বয়, কোনোবা ভাল মানুহৰ ঘৰত.....

যেনেকৈ অভাৱ ক্ৰীৰখন পাৰ হৈ আহি সি পল্টন বজাৰত সোমাল। বাজ্যিক পৰিবহন নিগমৰ কম্পাউণ্ডটো ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিলে। যেন এইবোৰতেই ক'ৰবাত ললিত ককাইদেউ সোমাই আছে। প্ৰতিটো কোঠাতেই ভুমুকিয়ালে। তাৰ পিছত লাহে লাহে সি গ'ল টেক্সী ষ্টেণ্ডটোৰ ফালে। অলপ সময় সি টেক্সি ষ্টেণ্ডটোৰ ফালেই চাই থাকিল। গাড়ী-মটৰ, বাছ-বিক্সা, মানুহৰ অহা-যোৱা, ঠেলা-হেঁচা, চিঞৰ বাখৰ! সি যেন এতিয়া হেৰাই যাব। ক'ত সেই দিবৈৰ পাৰৰ নিৰ্জন ঠাইখন আৰু ক'ত এই……। তাৰ ক'ৰবাত বহিবলৈ মন গ'ল, ক'ৰবাত ৰহি বহি কান্দিবলৈ মন গ'ল, ক'ৰবাত থিয় হৈ ললিত ককাইদেউক চিঞৰিবলৈ মন গ'ল। সেই সময়তেই, এৰা, ঠিক সেই সময়তেই দেখিলে টেক্সি এখনৰ তলৰ পৰা ওলাই আহিছে ললিত ককাইদেউ। সেই মুহূৰ্ত্তটোৰ কথা মনত পৰি বেণু যেন এতিয়াও স্ফুৰ্তিতে জিকাৰ খাই উঠিল। বোধহয় প্ৰাপ্তিৰ এই আনন্দ মানুহৰ জীৱনলৈ কদাচিত হে আহে। সি চিঞৰ মাৰি দিলে—'ললিত ককাইদেউ!' সি যদি লক্ষ্য কৰিলেহেঁতেন তেনেহ'লে হয়তো দেখিলেহেঁতেন যে তাৰ এই অস্বাভাবিক উৎফুল্লিত চিঞৰটোৱে টেক্সি ষ্টেণ্ডৰ সকলোবোৰৰে দৃষ্টি একেলগে তাৰ ফাললৈ টানি আনিলে, বাটকৰা বহুজনেই পলকৰ বাবে হ'লেও বৈ গ'ল, আওহতীয়া হৈ থকা ভালেমান ডিঙি তাৰ ফাললৈ ঘূৰ খাই গ'ল। সেই চিঞৰটোৰ কথা মনত পৰিলে তাৰ এতিয়া লাজো লাগি যায়।

ললিত ককাইদেউক সি লগ পালে। ক'বলগীয়া কথাখিনি সি ক'লে। ললিত ককাইদেউ সম্পৰ্কেও সি এই কথাই জানিলে যে তেওঁ এতিয়া টেক্সি ষ্টেণ্ডতে মেকানিকৰ কাম কৰে। দিনে দহ-পোন্ধৰ টকা ওলায়। স্বাধীন চাকৰি। থাকে বেবেক এটাৰ মিচিলা ঘৰ এটাৰেই কোঠা এটাত। কোঠাটোৰ ভাড়া মাহে এশ টকা। লগতে আওজিয়াই ঘৰটো দেখুৱাই দিলে—সৌ যে দীঘল ঘৰটো, সেইটোৱেই। সেই ললিত ককাইদেউৰ লগতে সি থাকিবলৈ ল'লে। টেক্সি ষ্টেণ্ডৰ সকলোৰে

লগত চিনাকি কৰি দিলে। বেণু হৈ গ'ল টেক্সি ষ্টেণ্ডৰ 'শোৱালি'। কাৰোবোৰ গাড়ী ধুই মেলি, চাফা কৰি দিয়ে। দিনে পাঁচ দহ টকা ওলাই যায়। ললিত ককাইদেৱে উভুবাবী কাললৈ নি স্কুল এখনত নাম লগাই দিয়ালে। ৰাতিৰ নহয়, দিনৰ স্কুল। প্ৰাইভেট। ললিত ককাইদেউৰ কথা, 'ৰাতিপুৱা, গধুলিহে গাড়ী ধোৱা, চাফা কৰাৰ কাম থাকে, দিনত পঢ়, স্কুলত যা। বহুত এইচব কাম কৰিবি। অৱশ্যে গৱমেণ্ট স্কুলত অলপ বন্ধ বেছি থাকে। তথাপি আজিকালি প্ৰাইভেট ভাল বুজিছ।' বেণুৰ প্ৰকৃত জীৱন যুঁজ তেতিয়াৰ পৰাই আৰম্ভ হ'ল, সেই যুঁজৰ প্ৰতিটো ক্ষণ বেণুৱে মনত ৰাখিছে, আৰু মনত ৰাখিছে ললিত ককাইদেউক। বেণুৱে বহুতকেই অবাক কৰি স্কুলৰ 'ভাল ল'ৰা' হিচাবে স্বীকৃত হ'ল। অভিভাৱক হিচাবে ললিত ককাইদেউ পৰ্বত ফুলি পৰাৰ দৰে। ইতিমধ্যে ললিত ককাইদেৱে 'ট্ৰেন্সপৰ্টত' চাকৰি পালে। ৰাজ্যিক পথ পৰিবহন নিগমৰ চাকৰি। সেই চাকৰি লৈ আহিব লগীয়া হ'ল কমাৰবন্ধালৈ। বেণুকো লগত আনিব খুজিছিল। বেণু নৈ গ'ল। টেক্সি ষ্টেণ্ডৰ সকলোকে বেণুক চোৱা-চিতা কৰিবলৈ অনুৰোধ কৰি ললিত ককাইদেউ গুৱাহাটী এৰি আহিল। বেণু যেন এইবাৰহে পিতৃ-মাতৃহাৰা হ'ল। পিছে নহ'ল। টেক্সি ষ্টেণ্ডৰ সকলোৱে তাক মৰম দিলে, তাৰ আদৰ কৰিলে। বেণু যে পঢ়া শুনাত ভাল এই কথাটোৱেও যেন সকলোকে বেছি উৎসাহী, বেছি দায়িত্বসম্পন্ন কৰি তুলিলে। আছিল, তাৰ মাজতো বেণুৱে সহ্য কৰিব নোৱাৰা দুই এজন আছিল, তাক শান্তিৰে শুবলৈ দিব নোখোজা বদমাছো আছিল। কিন্তু সিহঁতৰ ওপৰত কেইবা যোৰো চকু আছিল, সতৰ্ক চকু। গতিকে বেণুক সিহঁতে চুবলৈ পৰা নাছিল। বেণু অষ্টমমান পাওঁতেই স্কুলখনে চৰকাৰৰ স্বীকৃতি পালে। এদিন সেই স্কুলৰ পৰাই বেণুৱে চাৰিটা বিষয়ত 'লেটাৰ' সহ মেট্ৰিক পাছ কৰিলে। টেক্সি ষ্টেণ্ডত সেইদিনা 'তামাম' উৎসৱ। সেই

উৎসৱলৈ ললিত ককাইদেউকো লৈ অনা হ'ল। কমাৰবজালে খৰৰ দিয়াত সহিয়া আছি ললিত ককাইদেউ পাই গ'লহি।

ইয়াৰ পিছত, বেণুৱে আৰু ঘূৰি চোৱা নাই। ৰাতি কলেজত। দিনত কেছাৰীৰ আগত টাইপ মেচিন লৈ। পুৰণি টাইপ মেচিনটো যোগাৰ কৰি দিলে ললিত ককাইদেউৰ বন্ধু নগাৰ'ৰ সুৰজিৎ সিঙে। তেওঁৰ দেউতাকৰ মেচিন আছিল। দেউতাক ঢুকুৱাৰ পৰা পৰি আছিল। এতিয়া বেণুৰ কামত আহিলে বৰ আনন্দ পাব হেনো। বেণুৰ কামত আহিল। দিনে কেতিয়াবা এশ টকালৈকে উপাৰ্জন হ'বলৈ ধৰিলে। দিনে গড়ে কমেও পঞ্চাছ টকা হয়। ঘড়ীৰ কাটাৰ দৰেই বেণু দৌৰিল, অবিৰাম। বৰং সময়ক সি যেন পাচ পেলাই যাব। যেন ·········

হঠাৎ যেন সি কাৰোবাৰ চিঞৰ এটা শুনিলে। আপোন ভাবত বিভোৰ হৈ থাকোতে চিঞৰটো শুনি সি চক খাই উঠিল। ৰাতি পুৱাবলৈ তেতিয়াও বাকী। এয়া শেষ প্ৰহৰ চলিছে হয়তো। এই নিস্তব্ধতা ভেদ কৰি সেইটো কাৰ মাত আহিল। ভূত? তাহানিখন শুনা সেই অশৰীৰি জীৱবোৰ। ওঁহো, তাৰ বিশ্বাস কৰিবলৈ মন নগ'ল। চিঞৰটো বাৰু পুৰুষৰ নে মহিলাৰ? সি তৰ্কিব নোৱাৰিলে। কোনোবাই যেন কথা পাতিছে। বেণুৰ অকণমান ভয় ভয় লাগিল। তথাপি সি সাহস গোটালে। চোৰ-ডকাইত নহয়তো? সি তাৰ বয় বস্তুবোৰ আৰু ওচৰ চপাই ল'লে। তাৰ হাতৰ কাষৰ এটাচিটোত যিখিনি কাগজপত্ৰ আছে, সেইখিনি লক্ষ টকাৰ মূল্যৰেও জুখিব নোৱাৰি। ক'বলৈ গ'লে তাৰ কৈশোৰ যৌৱনৰ সমগ্ৰ সঞ্চয় তাতেই গোটাই থোৱা আছে। এটা গান, এৰা এটা গান যেন ক্ৰমাৎ ওচৰ চাপি আহিল। গান মানে সুৰ-লয়, তাল-মানৰ গান নহয়, এনেয়ে, গানৰ নিচিনা কিবা এটা। বেণুৰ বুকুৰ পৰা যেন ভয় আঁতৰি গ'ল। নিশ্চিন্ত হ'ল যে চোৰ ডকাইত নহয়। গানটো অহাৰ কালেই এবাৰ ভিতি মেলি চালে। কোলাহলৰ মাজে মাজে ধলং পলং খোজেৰে

মানুহ এটা আছি আছে। হাতত লাঠি এডালো। এতিয়া এইখন ঠাইৰ বহুত মানুহেকে বেণুৱে হয়তো দিনে পোহৰেই চিনি নাপাব। আন্ধাৰে মুন্ধাৰে চিনি পোৱাৰ প্ৰশ্নই নুঠে। বেণুকেই বা এতিয়া কিমানে চিনি পাব ? ল'ৰা হৈ গৈছিল, ডেকা হৈ আহিছে। মানুহটো তাৰ ফাললৈকে আহিল। বেণুৰ আক' ভয়ো লাগিল যদিও এবাৰ কথা সি বুজি পাইছিল যে মানুহটোৱে চেৰাপ খাই আহিছে। বেঞ্চখনত বেণুক দেখি মানুহটোৱেও যেন প্ৰথমে থত্‌মত্‌ খাই গৈছিল। সি ভালকৈয়ে সুধিলে,

"কোন ?"

"মই"

"পেৰচঙ্গাৰ ?"

"ওঁ"

"ট্ৰেইন লেট।"

"কোনখন ট্ৰেইন লেট ?"

"চব ট্ৰেইন"

"মই ট্ৰেইনত আহিলোঁ হে, নাযাওঁ।"

"গ'লেও লেট, নগ'লেও লেট"

"তুমিনো ক'ত থাকা ?"

বেণুৱে প্ৰশ্ন কৰিলে যদিও মানুহটোৱে কোনো উত্তৰ নিদিলে আৰু বেণু বহি থকা বেঞ্চখনত ঘপহকৈ বহি লৈ মূৰৰ পাগুৰিটো আৰু গোফকোচাত হাত ফুৰালে। বেণুলৈ খঙেৰে চোৱাদি এবাৰ চাই পাগুৰিটো খুলি লৈ গাৰুৰ নিচিনা কৰি বেণু বহি থকা বেঞ্চখনতে শুব খুজিলে আৰু ভৰি মেলি দিলে বেণুৰ ফাললৈকে। হাতৰ লাঠিডালো কাষতে পেলাই ল'লে। বেণুৱে চিঞৰি উঠিল, 'দেখিছানে নাই, মই বহি আছো ?' মানুহটোৱে বেণুৰ কথালৈ কাণ নিদিলে। তাৰ ভৰি আহি বেণুৰ গা পালেহি। বাধ্য হৈ সি উঠি দিলে। মানুহটো যদি স্বাভাৱিক অৱস্থাত থাকিলেহেঁতেন,' যদি দিনে পোহৰে এনে কাণ্ড

ঘটিলহেঁতেন, যদি তাৰ চিনাকি ম'হখুটী হ'লহেঁতেন তেনেহ'লে তৰ্ক-বিতৰ্ক কৰিব পৰা হ'লহেঁতেন, এতিয়া উপায় নাই। বেণুৱে বাধ্য হৈ কিতাপৰ ট্ৰাংকটোকে টানি আনি তাতেই বহি ল'লে। মানুহটোৱে নিজে নিজে অলপ সময় বলকি আছিল। কোনো এটা শব্দও বেণুৱে বুজি পোৱা নাছিল অথবা বুজি পাবলৈ যত্নও কৰা নাছিল। তাৰ খঙো উঠিছিল আনহাতে ৰাতি বিয়লি লগ এটা পোৱা যেন পাই তাৰ ভালো লাগিছিল। বকি থাকি থাকিয়েই মানুহটো টোপনি গ'ল। নাকেৰে বিকট ভাবে শব্দ কৰিবলৈ ধৰিলে। বেণুৱে প্ৰথমতে বৰ অসুবিধা পাইছিল কিন্তু পিছলৈ ক'ব নোৱাৰাকৈয়ে যেন সেই অসহ্য নাকৰ শব্দ বেণুৰ বাবে স্বাভাবিক হৈ আহিছিল আৰু এটা সময়ত সেই শব্দৰ কোনো প্ৰতিক্ৰিয়াই সি অনুভব নকৰা যেন হ'ল।

বেণু বাৰু প্ৰথমতে ক'ত গৈ উঠিবগৈ। পিছত সি অৱশ্যে ডিমৌলৈ আহিব। আৰু পোন্ধৰ দিনৰ পিছৰে পৰা সি ডিমৌত থকা টি কোম্পানীৰ ডাক বঙলাত থাকিব। তালৈকে দিল্লীৰ পৰা প্ৰফেচাৰ সেনগুপ্ত আহিব। সিয়েই 'ৰিচিভ' কৰিব লাগিব আৰু তেওঁৰ লগতেই বেণুৱে তিনিমাহৰ ভিতৰত কামখিনি কৰিব। তাৰ পিছত প্ৰফেচাৰ ডঃ সেনগুপ্তক পঠিয়াই বেণু পুনৰ লাইনলৈ আহিব। তাৰ ফিল্ড ওৱৰ্ক হ'ব ম'হখুটী, থাওৰা, আমল'গুৰি, চেপন' আৰু তাৰ একেবাৰে শৈশৱৰ ঠাই কেৰেণীবাৰী, খৰাহাট। ডিমৌক কেন্দ্ৰ কৰি সি ডঃ সেনগুপ্তৰ স'তে কাম আৰম্ভ কৰিব কেৰেণীবাৰী, খৰাহাট, ডিমৌ, থাওৰা আৰু চেপনক লৈ। ম'হখুটী আৰু আমল'গুৰিত সি অকলে' কাম কৰিব। দিল্লীৰ পৰা অৰ্থনীতিত মাষ্টৰ ডিগ্ৰী কৰি ডঃ সেনগুপ্তৰ অধীনত সি গৱেষণা কৰিবলৈ লৈছে—'চাহ বনুৱা আৰু চাহপাত: ঐতিহাসিক বিশ্লেষণ, বৰ্তমানৰ স্থিতি আৰু ভৱিষ্যত'— এনেধৰণৰ দিশেৰেই তাৰ বিশ্লেষণ হ'ব। ডঃ সেনগুপ্ত মূলতঃ কলিকতাৰ মানুহ। অসমৰ চাহ বাগিচাই যে কলিকতাকো চহকী কৰিছে সেই বিষয়ে কলিকতাই কিম্বা সেই সকল ভদ্ৰলোকে স্বীকাৰ নকৰিলেও

ডঃ সেনগুপ্তই কবে আৰু বেণুক ভালেমান আপুকগীয়া নথি-পত্ৰৰ যোগান ডঃ সেনগুপ্তই ধৰিছে। ডঃ সেনগুপ্ত কিন্তু সমাজ বিজ্ঞানৰ অধ্যাপক। গতিকে সমাজ অৰ্থনীতি ছুয়ো দিশেৰেই বেণু আগবাঢ়িব লাগিব তাৰ এই গবেষণাত। ৰবাৰ্ট কছ, জেকিন্স (জেনকিনচ), উইলিয়ামচন, আদি চাহাবসকল যেন বেণুৰ চকুত ভাহি উঠিল। ভাহি উঠিল থলুৱা চাহ বাগিচাৰ বনুৱা সকল। অসম কোম্পানীৰ কছাৰী বনুৱাৰ দৰমহা বৃদ্ধিৰ আন্দোলন তাকো আজিৰ পৰা প্ৰায় ডেৰশ বছৰৰ আগতে। মধুৰাম কোচঁৰ কাল্পনিক মুখখন। সেই কাহিনী সি পঢ়িছে। চাহাবক, শাসকক, ৰজাক চেলেঞ্জ কৰা সেই কছাৰী বনুৱাসকল আধুনিক অসমীয়া ইতিহাসৰ ভেটি বান্ধোতা। এই বুৰঞ্জীও সি গোটাইছে, সি গোটাইছে অসমলৈ 'কুলি' অহাৰ কাহিনী। গুৱাহাটীত থাকোতে, পল্টন বজাৰৰ সেই টেক্সি ষ্টেণ্ডটোৰ কাষৰ মুকলি ঠাইখন আৰু সৰু সৰু বেবেকৰ নিচিনা ঘৰবোৰলৈ আঙুলিয়াই ললিত ককাইদেৱে এদিন কৈছিল 'এসময়ত জাহাজেৰে চাহবনুৱা বাহিৰৰ পৰা আনি ইয়াতেই জমা কৰিছিল। ফাঁচী বজাৰৰ গুদামত মাল জমা কৰাৰ দৰে। গিৰিমিটৰ কথা জান নহয় ? বন্ধা শ্ৰমিক বুজিছ। মই অৱশ্যে নিজে এইবোৰ দেখা নাই, ইয়াৰে মানুহৰ মুখত শুনিছোঁ। মানুহ নহয় যেনিবা খাণ্ডত ভৰাই অনা হাঁহ পাৰহে।' ললিত ককাইদেউৰ মুখখন, কথা কৈ থাকোতে, খণ্ডত থকা যেন লাগিছিল। এৰা, এনেকুৱা কোনোবা এটা দলতেই নিশ্চয় বেণুৰ কোনোবা এজন ককাক আহিছিল। ক'ৰপৰা আহিছিল সেইটো বেণুৰ বাবে বৰ দৰকাৰী কথা নহয়। কি বিচাৰি আহিব লগীয়া হৈছিল, কি পাইছিল, আজি কি পাইছে, কি হেৰুৱাইছে সেইটোহে বেণুৰ বাবে সকলোতকৈ ডাঙৰ কথা। ডাঙৰ কথা—ঘটলংকৈ শব্দ এটা হ'ল আৰু বেণু চক্‌খাই উঠিল। কিন্তু মুহূৰ্ততে তাৰ ভয় আঁতৰিল। দেখিলে, মানুহটোৰ হাতৰ লাঠিডাল, যি ডালক সি লগতে শুৱাই লৈছিল, পকাত সৰি পৰিছে। শুই থকা মানুহটোৰ কিন্তু খবৰ নাই। পুৱাদৰে নাক বজাই শুই আছে।

অকাৰণে বেণুৰ হাঁহি উঠিল। এবাৰ ভাবিলে লাঠিডাল তুলি আগৰ দৰে খৈ দিব নেকি। তাৰো দেখোন উঠিবলৈ এলাহ এলাহ লাগিল। বাতিপুৱাবলৈ আৰু বৰ বেছি নাই কিজানি। তাৰো টোপনি ধৰিছে। কিন্তু শুবলৈকো নিৰাপদ বোধ কৰা নাই। জানোছা বেছিকৈ টোপনি ধৰে। তথাপি সি বেৰখনৰ ওচৰ চাপি গ'ল আৰু বেৰত আউজি অকণমান টোপনিয়াবলৈ যত্ন কৰিলে। বেঞ্চখনত শুই থকা মানুহটোৰ উপস্থিতিটোও সাহসৰ অন্যতম কাৰণ। এৰা, সি কাৰ ঘৰলৈ প্ৰথমে যাব? ৰবিনানাৰ ঘৰলৈকে যাব নেকি? পল্টুক-পালে তাৰ ভাল লাগিব। সি তাক ভালেমান বিষয়ত সহায়ো কৰি দিব পাৰিব। প্ৰথমতে তাৰ দৌৰাদৌৰি কাম ভালেমান আছে। ৰবিনানা চাগৈ এতিয়া একেবাৰে বুঢ়া হ'ল। তাক বাৰু কোনে চিনি পাব? সকলোৱেই তাক বাবু ল'ৰা বুলিয়েই ভাবিব। কিন্তু ৰবিনানাৰ ঘৰত থাকিবলৈ সুবিধা হ'ব জানো? ফুলমণিহঁতৰ ঘৰত। আচলতে বেণুৰ মনটোৱে কেতিয়াবাৰে পৰাই যেন ফুলমণিৰ কথাই কৈ আছে। এই মুখখন তাৰ মনলৈ মাজে মাজে আহি থাকে। বেণু যাওঁতে ফুলমণিৰ বয়সনো কিমান আছিল? বৰ বেছি সাত বা আঠ। তাক কম জুলুম কৰিছিল তাই। এতিয়াতো চাগে' বেছ ডাঙৰ হ'ল। হয়তো কাৰোবাৰ লগত বিয়া হৈ গ'ল। বিয়া হোৱা কথাটো ভাবি বেণুৰ যেন কিবা এটা দুখ দুখ লাগিল। কথাটো ভাবি আৰু' তাৰ হাঁহিও উঠিল। ফুলমণিয়ে তাক মনত ৰাখিব কিয়? আৰু·····আৰু সঁচাকৈয়ে সি জানো এতিয়া ফুলমণিক জীৱনৰ বাবে কাষলৈ আনিব পাৰিব? এতিয়া তাক এনেকুৱা এজনী লাগিব যিজনীয়ে তাক বুজি পাব, তাৰ কামত সহায় কৰিব পাৰিব, তাৰ অদাৰক কৰিব পাৰিব। ফুলমণিয়ে পাৰিব? বৰ বেছি তাই চাহগছত কলম দিয়াৰ কথা ক'ব পাৰিব, পাত তোলাৰ কথা ক'ব পাৰিব, চাহগুৰিত কেনেকৈ খুপি দিব লাগে, কেনেকৈ 'মেণিত্তৰ' দিব লাগে সেই কথা ক'ব পাৰিব। চিঁটিচি আৰু অৰ্থডক্স চাহপাতৰ বিষয়ে সাধাৰণ ভাবে কিবা এফোটা ক'ব

পাৰিব, অৰ্থতন্ত্ৰৰ বাবে কি কি নম্বৰৰ চালনি লাগে সেই কথাও হয়তো তাই টপাটপ কৈ দিব পাৰিব, কিন্তু বেণুক এতিয়া এনেকুৱা এগৰাকী ফুলমণি লাগিব যি গৰাকীয়ে গেইট চাহাবৰ বিষয়ে ক'ব পাৰিব, এচ. কে বসুৰ বিষয়ে ক'ব পাৰিব, গ্ৰিফিথক জানিব। সেইজনী ছোৱালীৰ নাম ফুলমণি হ'ব নোৱাৰে, সেইজনী ছোৱালীৰ নাম অন্য কিবা হ'ব। তাইৰ নাম অদ্বিতী হ'ব পাৰে, অৰুন্ধতী হ'ব পাৰে, হ'ব পাৰে···· এৰা, হ'ব পাৰে মধুচন্দা। চিলমিলকৈ আহিব খোজা টোপনিকণ ভাগি গ'ল। মধুচন্দা! যোৰহাটৰ ছোৱালী, গুৱাহাটীত দেউতাকৰ ঘৰ-মাটি-ব্যৱসায় আছে। তিতাবৰত চাহ বাগিচা আছে। চেটাৰ বজায়, লন টেনিচ খেলে, বেডমিণ্টন খেলে, সাংঘাতিক ইংৰাজী কয়, থ্ৰিলাৰ পঢ়ি ভাল পায়, ইংৰাজী ছবি ভাল পায়, পঢ়া-শুনাত ভাল, নাম কৰি পাছ কৰে, কথা-বতৰা অমায়িক, টেবুল টকত জমাব পাৰে। বেণুৰ লগত গুৱাহাটীতে চিনাকি হৈছিল কিন্তু ওচৰৰ পৰা পালে দিল্লীত। দিল্লী নিবাসী অসমীয়া হিচাপে আৰু বেণুৰ হয়তো ব্যক্তিত্ব তথা মেধাবীয়ে মধুচন্দাক কাষ চপাই আনিছিল। দুয়ো একে বিশ্ববিদ্যালয়ত একে বিষয়তে পঢ়াৰ বাবে একে লগে বহি আলোচনাও কৰিছিল। বেণুৱে নিজেই নাজানে কেনেকৈ আহি মধুচন্দা তাৰ হৃদয়-মনত সোমাই গৈছিল। একে লগে আলোচনা কৰিছিল, ৰেষ্টুৰেণ্টত বহিছিল, আউটিং কৰিছিল, কাজিয়া কৰিছিল, অভিমান কৰিছিল, চিৰিয়াছ হৈ কথা পাতিছিল ইত্যাদি ইত্যাদি। বেণুৱে এসময়ত নিজৰ কথা কৈছিল। তাৰ জন্মৰ কথা, তাৰ মূলৰ কথা, তাৰ যুঁজৰ কথা, তাৰ—

এদিন মধুচন্দাই তাক তাইৰ বিয়ালৈ নিমন্ত্ৰণ কৰিলে। গুৱাহাটীত। এদিন মধুচন্দাই তাক বিয়া পাৰ্টিলৈ নিমন্ত্ৰণ কৰিলে। দিল্লীত। এদিন মধুচন্দাই তাৰ পৰা বিদায় ল'লেহি লণ্ডনলৈ যাবলৈ বুলি। মিষ্টাৰ মধুচন্দা লণ্ডনত।

তাৰ আৰু মধুচন্দাৰ এইটোৱেই কাহিনী। মধুৰ অথচ কি বিৰক্তিকৰ। তাৰ নিজকে গালি পাৰিবৰ মন যায়। ছুই সমান্তৰাল

বাটেদি সিহঁতৰ গতি, তাৰ আৰু মধুচন্দাৰ, অথচ ক'ৰবাত সিঁহতি লগ লাগিব—এনেকুৱা অদ্ভুত কল্পনা সি কিয় কৰিছিল ? তাৰ এই অত্যাধুনিক শিক্ষাই, তাৰ পৰিবেশে, তাৰ অখলাত বগোৱা আকাঙ্ক্ষাই কিজানি তাক তাৰ গতি বাটটো পাহৰাই দিছিল। আচলতে মধুচন্দাৰ লগত ইমান নিবিড় হোৱাৰ কোনো কাৰণেই, কোনো যুক্তিয়েই নাছিল। আৰু যুক্তি নাছিল মধুচন্দা তাৰ জীৱনত স্থায়ীভাবে বৈ যাব বুলি ধাৰণা কৰাৰ। মধুচন্দাৰ বাবে ইয়ো এটা চখ হ'ব পাৰে, এটা খেল হ'ব পাৰে। বেষ্টুৰেণ্টত বহি এখন্তেক গল্প মৰাৰ দৰেই অতি ক্ষণিক অবসৰ বিনোদ হ'ব পাৰে। কিন্তু বেণুৰে তাত ভৰি দিয়াৰ কি যুক্তি আছিল। মধুচন্দাৰ বিয়াৰ নিমন্ত্ৰণ সি কিয় সহজভাবে গ্ৰহণ কৰিব নোৱাৰিছিল ? কিয় সেই নিমন্ত্ৰণী চিঠিখন হাতত লৈ পোৱা নোপোৱাৰ দৰ্শনৰ মাজেদি নিজক বুজাব খুজিছিল ? মধুচন্দা বিলাতলৈ গুচি যোৱাৰ কথাটোৱে কিয় তাক দেৱকান্ত বৰুৱাৰ কবিতালৈ মনত পেলাই দিছিল ? সেই যে তাহানি কলেজত 'সাগৰ দেখিছা' পঢ়িছিল। গোটেইখন মুখস্থ হৈ গৈছিল। ভদ্ৰলোক যে কেনেকৈ হেৰাই গ'ল ! এয়া কি ৰাজনীতিৰ অভিশাপ ? বেণুৰে কিন্তু তেনেকৈ নাভাবে। বৰং ৰাজনীতিয়ে, যথাৰ্থ আদৰ্শগত ৰাজনীতি সৃষ্টিক চিৰন্তন কৰাৰ অলেখ উদাহৰণ আছে। কালিদাসে ৰাজনীতি কৰা নাছিল ? ৰজাক দেখোন তোষামোদেই কৰিছিল। সেই যে দুষ্মন্ত, তেওঁ শকুন্তলাক পাহৰাটো খুৱেই স্বাভাৱিক, এজন ৰজাই আশ্ৰমৰ গাভৰু এজনীক চিকাৰলৈ যাওঁতে অৱসৰ ক্ষণত অকণমান মৰমৰ নিচিনা কৰিলে বুলিয়েই একেবাৰে অংকশায়িনী কৰি ল'ব নে ? গতিকে পাহৰিলে। কিন্তু নৈতিকতাৰ বিচাৰত এইটো নিচেই সৰু কথা নহয়। মানুহৰ চকুত ৰজাক বেয়া কৰা যায় কেনেকৈ ? গতিকে পাহৰাৰ কাৰণ আনি দিয়া হ'ল—ঋষিৰ অভিশাপ। বেছ, মজাৰ......ক'ব নোৱাৰাকৈ হো হোকৈ সি হাঁহি দিলে। তাৰ নিজৰ হাঁহিটোত যেন সি নিজেই ভয় খাই গ'ল। ধপ্‌কৈ বৈ দিলে। কিন্তু ঠিক সেই মুহূৰ্ততেই সম্পূৰ্ণ

নাটকীয়ভাবে এক ভয়ঙ্কৰ, যেন মৃত্যুকাতৰ চিঞৰ এটা শুনা গ'ল। বেণুৱে নিশ্চিত যে এই চিঞৰ কোনোবা নাৰীৰ। সি সচকিত হৈ মূৰ তুলি চাওঁতেই ধুমুহা গতিৰে সোমাই আহিল এক নাৰী মূৰ্তি আৰু পিছে পিছে হাতত এখন দা লৈ এক পুৰুষ। 'মোক বচোৱা, মোক বচোৱা' বুলি সেই নাৰীয়ে অতৰ্কিতে বেণুক এনেভাবে গৰা মাৰি ধৰিলে যে সি নিজেই হামখুৰি খাই পৰিব লগীয়া অৱস্থা হ'ল। পৰি নগ'ল যদিও কপালত খুন্দা খালে, খুব সম্ভৱ বুকিং কাউণ্টাৰৰ শ্লেব চটাত লাগিল। ঘপ্‌কৈ সি মাথোন পুৰুষজনৰ হাতখনত ধৰিলে যাতে দাখনেৰে ঘপিয়াব নোৱাৰে। ইতিমধ্যে শুই থকা মানুহটোৱেও সাৰ পাই শুই শুয়েই গালি পাৰিবলৈ ধৰিলে 'ঐ চালা চুৱৰ কা বাচ্চা। চালা.........ভাগ হিয়াছে। ভাগ।' কিন্তু মানুহজনীয়ে আতুৰত এনে ধৰণেৰে তাক সাৱতি ধৰিলে যে সি তাইক ৰক্ষা কৰা দূৰৰ কথা, নিজকেই ৰক্ষা কৰিবলৈহে যেন চেষ্টা চলাব লগীয়া হ'ল। বেণুৱে তাৰ সমস্ত শক্তিৰে কাটিবলৈ অহা মানুহটোৰ হাতৰ পৰা দাখন কাঢ়ি আনি দূৰলৈ দলিয়াই দিলে আৰু মানুহজনীক এহাতেৰে ধৰি আনখন হাতেৰে মানুহটোক বাধা দিবলৈ চেষ্টা কৰিলে। শুই থকা মানুহটো ঘপকৈ উঠিল আৰু লাঠিদাল তুলি লৈ আনটো মানুহক কঢ় কণ্ঠেৰে ক'লে, "ঐ চালা হাৰামজাদা। এৰ, এৰি দে। হাত ভাঙি দিম। ঘৰত যা। চুৱৰ কা বাচ্চা।"

সঁচাকৈয়ে সেই 'চুৱৰ বাচ্চাই' মানুহটোৰ কথাত ভয় খাই হে যেন একেবাৰে সৈমান হৈ গ'ল। তথাপি সি খঙেৰে চিঞৰি চিঞৰি যিখিনি কথা ক'লে, সেইখিনি কথাৰ অৰ্থ হ'ল: তাই অবিশ্বাসী মাইকী। তাই হাৰামজাদী। এইবুলি মানুহটোৱে ফোপাবলৈ ধৰিলে আৰু পকাখনতে ভাগৱত বহাৰ দৰে বহি দিলে। বেণুৱে লক্ষ্য কৰিলে মানুহটো একেবাৰেই নিশকতিয়া। বুকুৰ হাড়বোৰ যেন আজাৰতো জিলিকি উঠিছে। দৰাচলতে মানুহটোৰ গাত শক্তি নাই, মাথোন এক ভীষণ আক্ৰোশত সি অস্বাভাবিক শক্তিমান হৈ উঠিছিল। বেণুক অবাক কৰি সেই

মানুহজনীয়ে চিঞৰি উঠিল, "মতা দেখুৱাইছ নহয় ? মতা দেখুৱাইছ ? নিজৰ ভৰিত থিয় হ'বলৈ শক্তি নাই। বেমাৰী চালা। থুই—"

"চুপ থাক"। চিঞৰি উঠিল লাঠি লোৱা মানুহটো। 'চুৱৰ বাচ্চা'ই দাঁত কৰচিবলৈ ধৰিলে। পৰাহ'লে যেন এতিয়াই মানুহজনীক হাড় চোবোৱাদি চোবাই পেলালেহেঁতেন। কিন্তু মানুহজনীৰ পিছে পিছে দৌৰি আহি মানুহটো ভাগৰি পৰিছিল। মানুহটোক কিবা বলিয়া কুকুৰ এটা যেন লাগিছিল। মানুহজনীয়ে লাঠি লোৱা মানুহটোৰ "চুপ থাক" শব্দ দুটাত কেই চেকেণ্ডমান থতমত খাই বৈ গৈছিল যদিও মুহূৰ্ত্ততে নিজকে সংযত কৰি আক' কৈ উঠিল, "হয় মই লক্ষ্মণ সিঙৰ ঘৰৰ পৰা দুই বজাত আহিছোঁ। মোক দুটা চকিদাৰে ঘৰত থৈ গৈছে। তাতেই তাৰ চোঙা। চালা নিজে এক পইচা ৰোজগাৰ কৰিব নোৱাৰে........"

মানুহজনীৰ কথাখিনি শেষ হোৱাৰ আগতেই লাঠিলোৱা মানুহটোৱে কৈ উঠিল, "তোৰ এটা মতা আছে, আছে নাই ?"

"তাৰ বাবেইতো মই তেজক পানী কৰিছোঁ।"

"তোৰ মতাই তই লক্ষ্মণ সিঙৰ ঘৰৰ কাম কৰাটো বেয়া পায়।"

"মই তাইক........" 'চুৱৰ বাচ্চা'ই কিবা এষাৰ ক'ব খুজোঁতেই লাঠি লোৱা মানুহটোৱে ধমক মাৰি দিলে :

"তই চুপ"।

সি চুপ থাকিল। বেগৰে লাঠিলোৱা মানুহটোলৈকে চাই থাকিল। মানুহটোৰ মদৰ নিচা আঁতৰিছে। এই মানুহহালৰ ওপৰত তাৰ আধিপত্যও আছে। বেগৰে তাৰ মুখলৈ, তাৰ চকুলৈ, তাৰ গোফলৈ, তাৰ হাত দুখনলৈকে চাই থাকিল। মানুহজনী অথবা 'চুৱৰ বাচ্চা' মানুহ হালৰ অস্তিত্বই যেন সি ক্ৰমাৎ পাহৰি যাব খুজিলে। লাঠি লোৱা মানুহটোৱে মানুহজনীলৈ চাই কৈ গ'ল, "তোৰ মতাই লক্ষ্মণ সিঙৰ ঘৰত কাম কৰিলে বেয়া পায় বেতিয়া........"

"কিন্তু লক্ষ্মণ বাবুৱে আমাক কিমান উপকাৰ কৰিছে জান? তাৰ বেমাৰত কাম খতি কৰোতে কৰোতে মোৰ বাগানৰ চাকৰিয়েই গ'ল। তাৰতো কেতিয়াবাই গ'লেই। লাইনত থকা হ'লেও যহন-তহন, আছোঁ কাণ্টু লাইনত।"

"সেইচব তেতিয়া ক'ব নালাগে। তইতো ইমান ৰাতি লক্ষ্মণ সিঙৰ ঘৰৰ পৰা অহা ঠিক হৈছেনে? তোৰ মতাই কিয়, আমিয়েই বেয়া পাম। কি বাবু, নহয় জানো," বেণুক লাঠিলোৱা মানুহটোৱে সুধিলে, বেণুৱে হা না একে নক'লে।

লক্ষ্মণ সিঙৰ মা আজি ছয় বজাত মৰিল। মই কি গুচি আহিব পাৰোঁ? কাম কি পেলাই আহিব পাৰোঁ? নিমখ যাৰ খাম তাৰ নিমখহাৰামী কৰিব লাগে নেকি? বিপদ কালত যদি নাথাকোঁ তেন্তে মই কি অকল মোৰ দৰকাৰত থাকিম? হয় মই ৰাতি দুই বজাত আহিছোঁ আৰু দুটা চকিদাৰে মোক ঘৰত থৈ গৈছে। এক ঘণ্টাতকৈ বেছি মই বাহিৰত থিয় হৈ আছোঁ। সি দুৱাৰ খুলি নিদিয়ে। পিছত দাণ্ডা দি মাৰিছে আৰু দা লৈ কাটিবলৈ আহিছে। মোৰ কোনো কথাই সি শুনিব নোখোজে। কালিলৈ মই কিবা এটা ফয়চলা কৰিম। "চবদিন যি মানুহে 'চোভা' কৰি থাকে, তাৰ লগত থাকিব পাৰি নেকি? মোক বিয়া কৰাবলৈ এতিয়াও বহুত মতা আছে।" এই বুলি মানুহজনী বুকিং কাউণ্টাৰৰ বাৰান্দাটোৰ পৰা দুৰমুৰকৈ ওলাই আহিল আৰু আহোঁতে বলকি বলকি আহিল, "মই থানাত যাম। পুলিচত কৈ আহিম........" 'চুৱৰ বাচ্চা' মানুহটোৱে কথা নাই বতৰা নাই হুবাহুৰে কান্দিবলৈ ধৰিলে, বেণুৰ বুকুত যেন কিহবাই বিন্ধিলে। লাঠিলোৱা মানুহটোৱে তাক আৰু' ধমক দিলে। "চুপ হাৰামজাদা। বহি বহি মাইকীৰ কামাই খাবি আৰু মাইকীকে চালা মাৰধৰ কৰিবি। বেচৰম, তহঁতৰ পৰা এমুমতি শুব নোৱাৰি। যা, ভাগ ইয়াৰ পৰা। দেখ, আৰু মাৰপিট কৰিবি—হাড় ভাণ্ডি দিম। ঘৰত যা।" মানুহটোৰ

কান্দোন নাথামিলে। সি কৈ গ'ল, "তাই কৈছে তাই বোলে পুলিচত ৰিপৰ্ট কৰিব।"

"নকৰে যা। কৰিলে কৰিব। ভয়ো এমজা পাব লাগে।"

"তাইক বিয়া কৰোৱা মানুহ আৰু বহুত গুলাব বুলি কৈছে।"

"গুলাবতো, কিয় নোলাব।"

"তই তাইক বুজাবিনা, মই আৰু নামাৰোঁ।"

"তই নিজেই বুজাবি। অৱশ্যে আৰু এবাৰ কথা তই মনত ৰাখিবি যে তাই সদায় মাৰ খাবলৈ পিঠি পাতি নাথাকে। কেতিয়াবা ওলোটাই তোক ধৰিবলৈ হ'লে তই খটম হৈ যাবি। লক্ষ্মণ সিঙেই তাইক বচাই দিব বুজিলি। যা এতিয়া," এই বুলি লাঠি লোৱা মানুহটোৱে আৰু বেঞ্চখনত শুবলৈ যো যা কৰিলে। মূৰৰ পাগুৰিটো গাৰু কৰি ল'লে। মানুহটো লাহে লাহে গুচি গ'লগৈ। লাঠি লোৱা মানুহটোৱে শুবলৈ বুলি লৈ হঠাৎ কিবা এটা মনত পৰাৰ দৰে খপকৈ উঠি বেণুক লক্ষ্য কৰি ক'লে, "আহক বাবু, ইয়াতে বহক। মই মানে সদায় ইয়াতে শুই থাকোঁ, ৰাতিপুৱা ঘৰলৈ যাওঁ। মোৰ নাইট ডিউটি। সেইখিনিতে আমাৰ গুদাম আছে। চাহবাকচৰ গুদাম। 'ওৱেগনত' দিবলৈ ইয়াত 'ষ্টক' কৰে, মোৰ ডিউটি সন্ধিয়া ছয় বজাৰ পৰা ৰাতি দুই বজালৈ। ৰাতি দুই বজাত 'ৰিলিভাৰ' আহে। দুই বজা ৰাতি আৰু কত যাম। এই বেঞ্চতেই........" আচলতে বেণুৱে মানুহটোৰ কথাবোৰ শুনাই নাছিল। সি যেন আপোন ভাৱত বিভোৰ। মানুহটোৱে কিন্তু কৈ গৈছিল, "এটা টৰ্চ লাইট, তাকো আহোঁতে দি আহিব লাগে। আজি দহ বছৰৰ বেছি হ'ল এই চাকৰিয়েই কৰি আছোঁ।" হঠাৎ মানুহটোৱে মন কৰিলে যে বেণুৱে তাৰ কথাবোৰ শুনা নাই। ও আ একো কৰা নাই। সি ভাবিলে বেণুৰ টোপনি ধৰিছে। "এই বাবু তোৰ টোপনি ধৰিছে, যদি আহ এই বেঞ্চত শুই থাকহি। মই বহোঁ, ৰাতি পুৱাবই এতিয়া। তই ক'ত যাবিনো?" মানুহটোৰ কথাত বেণু লাহে লাহে আহি বেঞ্চখনত বহিলে। মানুহটো উঠিব খুজিছিল। বেণুৱে

লাহেকৈ হাতখনত ধৰি ওচৰতে বহুৱাই দি সুধিলে, "মোক বাক তোৰ বাবু বাবু লাগিছে নাকি ?" বেণুৰ প্ৰশ্নটোত মানুহটো যেন অবাক হ'ল। তাৰ পিছত ক'লে, "বাবুৱেইতো, বাবু নহয় কি।"

বাবু! শব্দটোৱে বেণুক দুখ দিলে। সিটো বাবু হ'ব খোজা নাই। শিক্ষাই কি তাক সঁচাকৈয়ে সিহঁতৰ মাজৰ পৰা আঁতৰাই নিছে! তাৰ সাজ-পাৰ, তাৰ ধৰণ-কৰণ, তাৰ চিন্তা চৰ্চাই কি তাৰেই ইংগিত দিছে। হ'ব পাৰে, নহ'লে সি মধুচন্দাৰ কথা ভাবিছিল কিয় ? মধুচন্দাই তাৰ জীৱনত বহুতখিনি ঠাই পুৰাব বুলি ভাবিব খুজিছিল কিয় ? মধুচন্দা.........

"তই ক'ত যাবি নকলি দেখোন"—লাঠিলোৱা মানুহটোৱে আৰু সুধিলে।

"তই ক'ত থাক ?"

"মইতো থাওৰা বাগানত থাকোঁ। আগেয়ে কেৰেণীবাৰীত আছিলোঁ। দহ বছৰ হৈ গ'ল। বেছি হ'ল কিজানি।"

"মই তোৰ ঘৰলৈ যাম।"

এক মুহূৰ্তৰ বাবে লাঠিলোৱা মানুহটো থতমত খাই গৈছিল, তাৰ পিছত হো হো কৈ হাঁহিবলৈ ধৰিলে। ক'লে :

"যাবি ত লৈ যাম। কিন্তু থাকিবি ক'ত ?"

"তোৰ ঘৰত।"

"তোৰ মাথাৰ গণ্ডগোল আছে।"

"মই সুস্থ।"

"মই কোন জান ?"

"জানো, তই পল্টু।"

পল্টু লাঠি লোৱা মানুহটো, এইবাৰ দস্তুৰমতেই অবাক হ'ল।

"মোৰ পৰা ক'ত লুকাবি ক। মই বেণু। কেৰেণীবাৰী বাগিচাৰ ......" পল্টুৱে মুখেৰে এটাও শব্দ নকৰি খপ্‌কৈ বেণুৰ হাতখন ধৰিলে।

"অ' পল্টু, মই বেণু।"

"বেণু.........ভাই........."বেণুক সবামাৰি ধৰিলে, তাৰ পিছত কথা নাই, বক্তব্য নাই হুক্‌-হুক্‌কৈ কান্দি দিলে।

"এই, এই পল্টু," বেণুৱেও তাক নিজৰ বুকুত জোৰেৰে সাবতি ধৰিলে। "তই বৰ ডাঙৰ হৈ গ'লি, মোৰ বৰ ফুৰ্তি লাগিছে বেণু।" এই বুলি সি তাৰ মুখখন মোহাৰি, চকুপানীখিনি টুকি লৈ বাহিৰলৈ চাই চিঞৰিবলৈ ধৰিলে—"আৰে ঐ বিচৰাম, বিচৰাম, এইফালে আহ।"

"বিচৰাম!" বেণুৱে পল্টুক সুধিলে।

"অঁ, সেই বেমাৰীটো। তাৰ নিকি কিদনি গণ্ডগোল আছে, হাপানি আছে, আৰু বহুত কিবা কিবি আছে। সি একো কৰিব নোৱাৰে বাবে তাৰ সদায় দুখ, ঘৈণীয়েকে তাক বেয়া পায়। তাৰ নিজৰ ধাৰণা। আন কোনোবাৰ লগত তাই কথা পাতিলেও তাৰ খং উঠে। সিটো মৰিব বুলিয়েই ভাবিছিলোঁ। তায়েই বচালে। হাৰামজাদাই তাকে নুবুজে। সেই যে ফুলমণি ৰে।"

"ফুলমণি।"

"আৰুনো কোন! ফুলমণি! চাহাবেই বিয়া পাতি দিছিল। চাহাব কলিকতাত গৈছিল। তাতে মৰিল। মাজুলিত চাহাবৰ মাটি যে আছিল, বিচৰামৰ নামতে লেখি দিছে। বিচৰাম তাত যাব খোজে, ফুলমণি নাযায়। এইটোলৈও কাজিয়া চলি থাকে। ফুলমণিৰ কথা হৈছে, মাজুলিতে তাই কি কৰিব। মাটি কামুৰি থাকিব নেকি? ইয়াত বাগিচা-চাগিচাত ফাল্টু লেবাৰ হৈয়ো কাম কৰিব পাৰি, তাত নেকি নোৱাৰি।"

নাই, য'ত আছিল ত'তেই আছে। সকলোৰে গতি আছে, কিন্তু গতি নাই, এই মানুহখিনিৰ। সি বেণু আহিছে গৱেষণাৰ কামত। গৱেষণা কৰিব, ডক্টৰেট ল'ব। দিল্লী, বোম্বে, মাদ্ৰাজ, কলিকতা কিম্বা গুৱাহাটী, ডিব্ৰুগড়ত মোটা দৰমহাৰ এটা চাকৰি পাব, সন্মান পাব,

হয়তো ফুলৰ মালা পাব, হয়তো সকলোৱেই তাক আদর্শ লোক হিচাপে চিহ্নিত কৰি ক'ব—এয়াহে ল'ৰা, এটা বাগিচাৰ মজদুৰৰ ল'ৰা হৈয়ো………কিন্তু কিয় তেনেকৈ ক'ব ? কেৱল বঞ্চনাৰ বাবেই যে বেণুবোৰ খিচৰাম হৈ গৈছে, পল্টু হৈ গৈছে সেই কথা কিয় উপলব্ধি নকৰিব ! কিন্তু………বেণুৰ নিজৰেই ভাব হ'ল—সিওটো বিচ্ছিন্ন হৈ গৈছে, বাবু হৈ গৈছে, মধুচন্দাক বিচৰা হৈছে, ডক্টৰেত ডিগ্রী ল'ব, মোটা দৰমহাৰ চাকৰি, ভাল ঘৰ দুৱাৰ, বনকৰা মানুহ ! এখন গাড়ী, তাত পল্টুহঁতৰ প্রবেশ থাকিব ?

"এই বেণু" আত্মবিস্মৃতপ্রায় বেণুক পল্টুৱে হেঁচুকি দিয়ে।

"হু"

"সঁচাকৈয়ে তই ক'ত যাবি ? চা, ৰাতি পুৱাই আহিছে, মই যাব লাগে।"

"তোৰ ঘৰলৈ।"

"মোৰ ঘৰলৈ তই !"

"একেটা কথাকে কিয় কৈছে।"

"মোৰ পাঁচটা ল'ৰা ছোৱালী, মাইকীজনী আৰু মই। ঘৰ একেটাই।"

"তেনেহ'লে মোৰ থকাৰ ঠাই নাই ?"

"বল, তোক দোচেৰা এঘৰলৈ লৈ যাম, একদম ৰজাৰ ঘৰ।"

"ক'ত ?"

"একদম আমাৰ বাগানৰ গেটৰ কাষতে, মানে মেইন ৰাস্তাৰ কিনাৰত। আৰে ৰমাকান্তৰ ঘৰত। চালাই একশ বিঘা মাটি কিনিলে। বাপেকৰ টকা। পিছত ডাঙৰ ফার্ম বনালে। মিল কিনি তাতে বহুৱালে। চিনেমা হ'ল বনালে। শনি ৰবিবাৰে চাৰি-পাঁচ শ চিনেমা হয়। চব বাগানৰ মানুহ আহি যায়। তাৰ নিজৰ কি ডাঙৰ ঘৰ।"

"এতিয়া মই তোৰ ঘৰলৈ যাম।"

"হয়নেকি ? ঠিক আছে, বল তেনে। দে, তোৰ বস্তুবোৰ দে, এই দেখিছ লাঠি, ভাৰ কৰি ল'ম দে। এতিয়া ব'ল, মোৰ তাত চাহ-তাহ খাবি, পিছত দেখা যাব নহয় ? তবে ৰমাকান্তৰ ঘৰলৈ মই নিজে নাযাওঁ, খবৰ পঠিয়াম।"

"মীনু ক'ত ?"

"নাজানো, বিয়া দিছে। দূৰত আছে। বল উঠ, আবে ৰ, বিচৰাম আৰু ফুলমণিক কৈ যাওঁ, সৌখিনিত, সৌটো ঘৰ।"

"তই আজি কালি ফুটবল........"

পল্টুৱে যেন তাৰ কথা শুনিও নুশুনাৰ ভাও ধৰিলে। সি চিঞৰিবলৈ ধৰিলে—"ঐ বিচৰাম, ঐ ফুলমণি........"

পোহৰ হৈ আহিছে। বেণুৱে চাৰিওফালে এবাৰ চালে। কিবা এটা আবেগত মনটো যেন নাচি উঠিল। তাৰ চিনাকি ম'হখুটী। অথচ........অথচ সি ভাবিব লগীয়া হৈছে—সি ক'ত উঠিবগৈ।

# বুৰঞ্জী

যোৱা নিশাৰ ধুমুহাত তিনি আলিৰ জৰিগছ জোপা একেবাৰে উভাল খাই পৰিল। ধুমুহাত কাৰ ঘৰ-দুৱাৰৰ হানি-বিঘিনি হল—সেই কথা তল পৰিল। জৰিজোপা—বুঢ়া জৰি জোপা পৰিল—সেইটো লৈহে হৈ চৈ লাগিল। তিনি আলিৰ এই জৰিজোপা লৈ কিমান কথা! বুঢ়া ডাঙৰীয়া থাকে হেনো—মূৰত মথুৰা পাগ, ধক্ ধককৈ বগা চুৰিয়া-চোলা, ভৰিত খৰম। মাজনিশা বুঢ়া ডাঙৰীয়া সশৰীৰে জৰি জোপাৰ তলত বহি থাকে। কেতিয়াবা আক' বুঢ়া ডাঙৰীয়াক নেদেখি—খটপ, খটপ, খৰমৰ মাতটোহে শুনি। মেম্বৰ পেহা, জগন্নাথ ভিনীহি, তিলেন কাইটি আদি বহুতেই বোলে বুঢ়া ডাঙৰীয়াক লগ পাইছিল। মানি চলিলে 'অইনাই' নকৰে, নেমানিলে পিছে পিছে খেদে। বৰমহৰিৰ পুতেক হৰকান্তই বোলে ফিতাহি মাৰিছিল—বুঢ়া ডাঙৰীয়াক পালে সি বোলে তেওঁৰ মূৰত 'হেৰি' কৰিব—দুদিন নহওঁতেই—পিছদিনা সন্ধিয়া সেই ফালেদি যাওঁতে বুঢ়া ডাঙৰীয়াই ধৰিলে খামোচ মাৰি। চিঞৰ এটা মাৰি হৰকান্ত ফিট্ হৈ গ'ল। চিঞৰ শুনি গুচৰৰ দোকানৰপৰা বলাই দৌৰি আহি দেখে হৰকান্ত পৰি আছে, মুখেদি ফেন ওলাইছে। খন্তেকতে গোটেইখন হুৱা-দুৱা লাগি গ'ল। হৰকান্তই সেই যি বিছনা ললে আৰু উঠিব নোৱাৰিলে। মথুৰাপুৰৰ বেজ আহিও বাখিব নোৱাৰিলে। এমাহ বিছনাত পৰি থাকি এদিন একেবাৰে চকু মুদিলে। বুঢ়া জৰি, আমি সকলোৱেই ভয় কৰো। সাঁজলাগি ভগাৰ পিচত আমাক সেইফালে যাবলৈ দিয়া নহয়। সকতেই সোমোৱা ভয়—ডেকা কালতো নাতৰিল। লগ এটা নহলে বাতি বিয়লি কোনোৱেই সেইফালে আহিবলৈ সাহস নকৰে—আহিবলগীয়া হলেও ভাওনাৰ বচন অথবা কীৰ্তনৰ পদ একাঁকি গাইহে আহে। পীতাম্বৰ দাইতিৰ মাহীমাকজনীও বোলে এই জোপা

জৰিৰ ডালতে ফাঁচ লগাই মৰিছিল। পীতাম্বৰ দাইতিৰ মাহীমাক বোলে বৰ দেখনিয়াৰ তিৰুতা আছিল, পীতাম্বৰ দাইতিৰ দেউতাকে পীতাম্বৰ দাইতিৰ কাৰণে খুজিবলৈ গৈ নিজে বিয়া কৰাই থৈছিল। এই লৈয়েই বাপেক-পুতেকৰো হেনো দুৰ্বাদল কাজিয়া। পিছলৈ গৈ পীতাম্বৰ দাইতিৰ দেউতাকে 'ন ছোৱালীক' সততে 'শোভা' কৰিবলৈ ধৰিলে, হকে বিহকে মাৰ কিলো কৰে, মাজৰাতি গোহালিঘৰৰ খুটাত বান্ধি থয়। ঘৈণীয়েক হল বুলি আৰু কিমান সহিব। এদিন চিপজৰী ললে। এই জোপা জৰিৰ ডালতে। কোনো কোনোৱে মাজ ৰাতি হেনো মাইকী মানুহৰ কান্দোনো শুনে। নবকান্ত পুৰুহিতে বোলে এবাৰ টাউনত সত্যনাৰায়ণ পূজা কৰাই উলটি আহোতে চুলি-তুলি মেলি জৰি জোপাতে আউজি থকা তিৰুতা এজনী দেখিছিলেই। তিনিবাৰ গায়ত্ৰীমন্ত্ৰ জপ কৰাৰ পিচতহে তিৰুতাজনী তাৰপৰা নাইকিয়া হল। তেতিয়াহে তেওঁ পাৰ হৈ আহিল। এই জৰি জোপাক কেন্দ্ৰ কৰি এনেকুৱা বহুত সাধু, বহুত কাহিনী, বহুত বিশ্বাস-অন্ধবিশ্বাসৰ কথা-উপকথা আমি সৰুৰে পৰাই শুনি আহিছো। এই বুঢ়া জৰিজোপালৈ—যাৰ শিপাই আলি-বাটটোকে ভেটি পেলাইছে, যাৰ ছাঁই বাৰেমাহে বোকাপানী শুকাবলৈ নিদিয়ে,—যাৰ গাৰ খোৰোঙত ফেটী সাপৰ বাহ—এই বুঢ়া জৰিজোপা-লৈকে আমি ভয়ো কৰো, ভক্তিও কৰো, ইয়াৰ লগত আমাৰ অজ্ঞাতেই এক আবেগিক সম্বন্ধ গঢ়ি উঠিছে। আলিবাটৰ সুগুৰিকোৱা বোকা পানীখিনি দেখিলে, অসময়ত গোটেই গাঁওখনলৈ ভয়াবহ পৰিবেশ এটা লৈ অনা দেখিলে, ইয়াৰ খোৰোঙৰ পৰা বিষাক্ত সাপ ওলাই অহা দেখিলে—আমি জৰিজোপা কাটি ঠাইখন মুকলি কৰাৰ কথা প্ৰায়েই ভাবো। কিন্তু কিবা এটা অজান ভয়, কিবা এটা অকাৰণ আবেগ আৰু কিবা এক ঐতিহ্যৰ মোহে আমাক সেই কাম কৰাৰ পৰা বিৰত ৰাখে। আচলতে এই জৰি জোপাক আমি কব নোৱাৰাকৈয়ে আপোন কৰি পেলাইছো।

ঘোৰা নিশাৰ ধুমুহাত জৰি জোপা উভাল খাই পৰিল। গাঁৱৰ ৰাইজ, ল'ৰা বুঢ়া ডালেমান, আহি জৰি-জোপাৰ চৌপাশে ঘেৰি ধৰিলেহি। মেম্বৰ পেহাই গহীনাই কলে মোৰ হলে মনতো বেয়া লাগিছে বোপাইহঁত, তহঁতি নাজান এই জোপাৰ বয়স নাই নাই বুলিও দেড়শ বছৰ হৈ গ'ল—বেছিহে হ'ল হব পায়। এই পুলিটো বোলে আনিছিল একেবাৰে ভাটিৰ পৰা, মোৰ ককাদেউতাৰ ককাইদেউতাই অৰ্থাৎ আজু ককাই। তীৰ্থ কৰি ঘূৰি আহোতে এইটো লৈ আহিছিল। সেয়েহে আজুককা মোৰ আজিহে ধুকুৰা যেন লাগিছে। মেম্বৰ পেহাৰ কথাযাৰ শেষ হওঁ-নহওঁতেই বিনন্দ বৰ্ত্তাই চিঞৰি উঠিল—তুমি কি কথা কৈছাহে মেম্বৰ, ঘপ্‌কৈ কিবা এযাৰ কৈ দিলেই হলনে আৰু! নজনা-নুশুনাকৈ এইবোৰ কথা কব নাপায় বুজিছা মেম্বৰ। তুমি মোতকৈ দুই এশ্ৰেণী বেছিকৈ পঢ়িলা বুলিয়েই গাওঁখনৰ 'চবজান্তা' বুলি নাভাবিবাচোন। হেজাৰ হওক তোমাতকৈ মই বয়সত ডাঙৰ। মই কওঁ শুনা এই বুলি বিনন্দ বৰ্ত্তাই আমাকে উদ্দেশ্য কৰি কলে—আমাৰ যে বৰুৱা উপাধিটো, সেইটো ৰজাঘৰীয়া। আমাৰ এজন পুৰুষে বৰুৱা খিতাপ পাইছিল। সেই সময়ত বৰুৱাৰ ঘৰ বুলিলে এই অঞ্চলত আৰু বুলিবৰ নাই। ৰজা ঘৰৰ পৰা আমাৰ ঘৰলৈ হাতীৰ পিঠিতহে বয়-বস্তু আহে। বিশ্বাস কৰ হেৰ' প্ৰায় এপুৰা মাটি জোৰা আমাৰ প্ৰকাণ্ড হাউলী। বন্দী-বেটীৰ লেখ নাই। পিছে কি হব তেনেতে আহিল মানৰ দিন। বিনন্দ বৰ্ত্তাৰ মাত প্ৰায় ঠোকাঠুকি, যেন চকুৰ আগতেই গোটেইখিনি দেখি আছে, তেওঁ কৈ গল—উস, কি ভয়ঙ্কৰ কাণ্ড! সিহঁতটো আৰু মানুহ নহয়—একো একোটা ৰাক্ষস। আমাৰ মানুহক ধাহি-মুহি নিছে। মানৰ অত্যাচাৰত তিষ্টিব নোৱাৰি আমাৰ মানুহ জাকে জাকে পলাইছে। ঘৰ-দুৱাৰবলৈ আৰু কোনে উভতি চাই—য'ৰে বস্তু তাতে এৰি প্ৰাণ লৈ পলাইছে। আমাৰ ঘৰৰ মানুহখিনিও গুচি গলগৈ একেবাৰে উত্তৰ পাৰলৈ। এবাৰ নহয়—তিনিবাৰকৈ আক্ৰমণ চলিল। তাৰ পিচত যেনিবা ৰৃটিছ আহিল। সেই সময়তেই আমাৰ আজু ককাই পুৰণি ভেটি

'বিচাৰি আহিল। কিন্তু তেতিয়ালৈ তোৰ সেই বামো নাই, অযোধ্যাও 'নাই। আমাৰ আজু ককাই আছি দেখিলেছি তেওঁ আমাৰ যি ঘৰ-দুৱাৰৰ কথা শুনিছিল তাৰ চিন চাবেই নাইকিয়া হৈ গল। মাথোন তুলসী ভেটিটোহে থাকিল, আজু ককাই তেতিয়া সেই তুলসী ভেটিটোতে এই জৰি পুলিটোক কই দিলে—আমাৰ পুৰণি ভেটিটোৰ এটা চিন থাওক বুলি। পুলিটো আক' দিলে স্বয়ং ঈশ্বৰপ্ৰভুৱে। মনৰ দুখত আজু ককা গোসাঁই প্ৰভুৰ ওচৰলৈ গল। কলেগৈ বোলে—প্ৰভু, পিতৃ পুৰুষৰ ভেটিৰ চিন মোকাম নাইকিয়া হল। মান সেনাই তহিলং কৰিলে। দেখি বুকু ফাটি যায়। প্ৰভুৱে বোলে—হেৰ, সেই বিষয়ে মোক আক কব নালাগে। মানৰ ভয়ত এই সত্ৰবে কম লটিঘটি হোৱা নাই। যা হেব, এই জৰি পুলিটোকে কই দেগৈ—সেই পুৰণি ভেটিটোত, চিন এটা থাওক।—এইটোৱেই সেই জৰি পুলিটো। বছৰৰ লেখেৰে....

মেম্বৰ পেহা আক বৈ থাকিব নোৱাৰিলে। বোলে বিনন্দ কাইদেউ, তুমি সাজি সাজি বৰ ভাল কথা কব পাৰা। বজা ঘৰৰ বিষয়বাব পোৱা বুলি ফিতাহি মাৰিলা। এই অমুকাই স্বয়ং বুটিছৰ কালতেই মেম্বৰ হৈছিল। শুনা, ময়ো ফুকনৰ ঘৰৰ ল'ৰা। বজা ঘৰৰ খিতাপ অকল তোমাৰ ঘৰেহে পোৱা নাছিল। এই টানত পৰি কলীয়া তেল নাইকিয়া ফপতীয়া হলো বুলিয়েই মোৰ বংশ মৰ্য্যাদা নোহোৱা নহয়।

বিনন্দ বৰ্ত্তাই বোলে—হেৰা মেম্বৰ, খং কৰিছা কিয় তোমাৰ বংশ মৰ্য্যাদা নাই বুলিনো কোনে কলে, মই এই জৰি জোপাৰ কথাহে কৈছো।

মেম্বৰ পেহা এইবাৰ দুখোজমান আগবাঢ়ি আহিল বোলে—ময়ো জৰি জোপাৰ কথাকে কৈছো, এই জোপাৰ লগত মোৰ আজু ককাৰ দিনৰ সম্পৰ্ক আছে। বিনন্দ বৰ্ত্তাই দেখিল পেম্বৰ পেহাক ঠাণ্ডা নকৰিলে নহব। দুখোজমান তেওঁ আগবাঢ়ি আহিল। মেম্বৰ পেহালৈ আঙুলি টোৱাঁই কলে—তাৰ মানে মই মিছা কথা কলো? তাৰ মানে মই

মিছলীয়া ? শুনক বাইজ, এই চাবিকুবি বছৰ হলছি, এতিয়া মেম্বৰ চকুত মিছলীয়া হলো। মেম্বৰ যুধিষ্ঠিৰ ! বিনন্দ বৰ্ত্তাৰ কথা শেষ হোৱা নাছিল। এনেতে জুমটোৰ এটা চুকৰপৰা আহিল—জানো জানো, মেম্বৰ হৈ থাকোতে বাইজৰ ধন কিমান সুমুৱালে আমাৰ খবৰ আছে। 'ইচ,কুলৰ পইচাবে'........

জুমটোৰ এটা চুকৰ পৰা অহা এই কণ্ঠ আছিল—ভগৱান ককাইদেউৰ, বিনন্দ বৰ্ত্তাৰ মাজুপুতেকৰ। ভগবান ককাইদেৱে যেয়ে মাত মাতিলে, মেম্বৰ পেহাৰ পুতেক বৈকুণ্ঠ ককাইদেউ বৈ নাথাকিল, বোলে —ঐ নিধক, ঐ খাই পাতফলাৰ সঁচ, যাৰ যহুত শাক সেন্দ্ৰ, তাকে ভোকোৰা এন্দ্ৰ পাতিবলৈ লাজ নালাগিল ? লোকেল বৰ্ডৰ চাকৰিটোয়ে খাই আছ, কাৰ জহুত সেইটো খবৰ আছে ? চাকৰিটোৰ কাৰণে দেখোন দেউতাৰ ভৰি চেলেকি আছিলি। এতিয়া পাহৰিলি।

দুয়ো সমানে আগবাঢ়ি আহিল, এটা হৈ-চৈ লাগিল। আমি অবাক। পৰি থকা জৰি জোপাৰ কথা তল পৰিল। এখন যুদ্ধক্ষেত্ৰত পৰিণত হল—ঠাইখন। দুয়ো পক্ষৰ দুদলে বাস্ত জোকাৰি জোকাৰি সম্মুখ সমৰলৈ আগবাঢ়ি আহিল। কেইজনমানে যেনিবা মাজতে সোমাই বাধা দিলে। কিন্তু কোনো পক্ষই সহজে সৈমান হব নোখোজে। সম্বন্ধত মেম্বৰ পেহা বিনন্দ বৰ্ত্তাৰ জোৱায়েক, অৰ্থাৎ বিনন্দ বৰ্ত্তাৰ জেঠায়েকৰ জীয়েকক বিয়া কৰাইছে মেম্বৰ পেহাই, আৰু মেম্বৰ পেহাৰ ভাগিনীয়েক সুভদ্ৰাক বিয়া কৰাইছে বিনন্দ বৰ্ত্তাৰ খুলখালিয়েক কণকে। দুয়ো পৰিয়ালে দুয়ো পৰিয়ালৰ কথা জানে, ভাল-বেয়া সকলো, এতিয়া সুবিধা বুজি প্ৰত্যেকেই প্ৰতিপক্ষৰ পাৰিবাৰিক জীৱনৰ খুতবোৰ বিবৰিবলৈ ধৰিলে। বিনন্দ বৰ্ত্তাই বোলে—১৯৬৪ চনত মেম্বৰে প্ৰাইমাৰী স্কুলৰ গ্ৰাণ্টৰ পঞ্চাশ টকা নিজৰ কামত খটুৱালে, বিনন্দ বৰ্ত্তাক হেনো নিজেই তেওঁ কৈছিল—সুবিধা সকলো সময়তে নাহে, সুবিধা পাওঁতেই দুপইচা কৰি ললে........মেম্বৰ পেহাই বোলে ১৯৬৪ চনৰ পৰা বিনন্দ বুঢ়াৰ মুখখন কোনোৰা চিলাই কৰি থৈছিলনেকি যে তেনে এথাৰ নাজুত-নাক্ৰিত

কথা এতিয়াহে কৰবলৈ পালে। টকা থোৱাৰ বাবে মেম্বৰ পেহা যদি দোষী, সেই কথা জানি চুপ হৈ থকাৰ কাৰণে বিনন্দ বুঢ়াও দোষী। মেম্বৰ পেহাৰ কথা শুনি কেইমুহূৰ্তমান সকলো ভবধ মানিলে, তাৰ পিচত আক' চিঞৰ-বাখৰ। বিনন্দ বৰ্ত্তা. বিনন্দ বৰ্ত্তাৰ দুজন পুতেক, জেঠেৰিয়েক, জোৱাঁয়েক আদি যি য'ত আছিল সকলোৱেই একেবাৰে খুঁজলৈ বুলি আগুৱাই আহিল। আগুৱাই আহিল—মেম্বৰ পেহাৰ ফৈদো। আক' হৈ চৈ। গাৱঁৰ মানুহখিনি দুভাগ হল। এভাগে বিনন্দ বৰ্ত্তাৰ কালে মাতিলে, আন ভাগে মেম্বৰ পেহাৰ কালে। আমি ডেকা ল'ৰাজাক অলপ বিবুদ্ধিত পৰিলো। গাথীৰ গুলোৱা ল'ৰা, তইঁতি নীতিশিক্ষা দিব নালাগে। এৰাতোন, বয়সত ডাঙৰ কাৰণে যি সকলক ৰবদেউতা, পেহা, খুড়া, মামা আদি বুলি সম্বোধন কৰি আহিছো সেই সকলকনো আমি বুজামেই বা কি। এপাকত আনন্দই আমাক একাষৰিয়াকৈ মাতি নিলে। সি কলে বোলে—কাজিয়া চাই থাকিলে আমাৰ হব জানো এতিয়া? জৰিডাল কোনে কইছিল সেইটোতকৈ জৰিদালে যে এতিয়া অহাহেৱা বাটটো ভেটি আছে সেইটোহে আচল কথা। আমি ডেকাখিনিয়ে আনন্দৰ কথাত হয়ভৰ দিলো। আনন্দই এইবাৰ চিঞৰি চিঞৰি ক'লে—শুনকচোন মেম্বৰ পেহা, অ বৰ্ত্তা, শুনক। আনন্দৰ চিঞৰত অলপ সময়ৰ বাবে সকলো মনে মনে হল। আনন্দই কলে—এডাল পুৰণি, শকত, বুঢ়া গছ ভাগিল। যি কাৰণতেই নহওক গছজোপা আমাৰ বৰ আপোন যেন আছিল। ৰাতি বিয়লি ইয়াৰ কাষেদি যাব লগা হলে ভয় লাগিছিল সঁচা, তথাপিও এইজোপামায়াত আমাৰ গাওঁখন ডুব গৈ আছিল।.... আনন্দৰ কথা শেষ নহওঁতেই এইবাৰ দোখোজমান আগুৱাই আহিল লম্বোদৰ ককা। থৰক-বৰক। গছজোপা পৰিছে বুলি শুনিহে ঘৰৰ পৰা আহিল, নহলে আজিকালি লম্বোদৰ ককা ঘৰৰ পৰা নোলাই। চকুৰে ভালদৰে নমনে, কনাকুলত জোৰ নাই, সকলে মুখ আচৰাই কৰে গভিকে লম্বোদৰ ককাক 'কোনেও ঘৰৰ পৰা

ওলাবলৈ নিদিয়ে।, লম্বোদৰ ককাই আহি পৰিথকা গছ জোপাত হাত দিলেহি। বৰ করুণভাবে গছ-জোপালৈ চালে। ক'লে —কিয় জানো মোৰ আজি গোটেই গাওঁখনেই উদং-উদং লাগিছে। এই জোপা গছ মেঘবৰ আজু ককাকেই কৈছিল নে বিনন্দৰ আজু ককাকে কইছিল মই কব নোৱাৰো, কিন্তু পথাৰত গৰু মেলি দি আমি গৰখীয়া ল'ৰাজাকে ইয়াৰ তলতে বহি জিৰাইছিলো, বাপুৰ শহুৰেক পীতাম্বৰ, আমি পিতৌ বুলি মাতিছিলো; সি তাছ লৈ আহে, আমি টুয়েন্টি নাইন বা মেমচুৰি খেলো। কেৱল সেয়ে নহয় অ' বোপাই যজ্ঞেশ্বৰে স্কুল পাতিব। প্ৰাইমেৰী স্কুল, কথাষাৰ হঠাৎ তাৰ মনত খেলালে। যজ্ঞেশ্বৰে সংস্কৃত টোলত পঢ়িছিল। দুই-চাইট্ৰ ইংৰাজীও শিকিছিল। আমাৰ বয়সৰে, পিচে আমাৰ ধাতুৰে তাৰ ধাতুৰে একে নহয়। 'ইস্কুল' খোলা কথাযাৰ কেনেকৈ জানো তাৰ মূৰত সোমালে, এদিন আমাক কলে কথাযাৰ। আমি তেতিয়া তাছ খেলি আছো। ময়েই ৰং কৰিছো, হৰতন্ নে ইস্কাপন ৰং, মোৰ মনত আছে বি ডবলৰ খেলা। হয় কলা চেট, হৰ; নহয় ৰঙা ওলাব। খেলিছো আৰু, তাৰ মাজতেই যজ্ঞেশ্বৰে আহি কলেহি— ইস্কুল খোলাৰ কথা। আমি তাৰ কথালৈ ক'ত কাণ দিওঁ! দুদিনমানৰ পিচত দেখো পাঁচ-ছয় মান ল'ৰা গোটাই আনি 'আদি শিক্ষা' "পঢ়াবলৈ ধৰিছে সি, এৰা, এই জোপা গছৰ তলতে। এতিয়া গাওঁখনত তিনিখন প্ৰাইমাৰী ইস্কুল, এখন হাই ইস্কুল হল। বেচেৰা যজ্ঞেশ্বৰটোও নাই, মোৰ মনেৰে....

লম্বোদৰ ককাৰ চকু দুটা সেমেকি উঠা যেন লাগিল। লম্বোদৰ ককাৰ মাত শুনি সকলো মৌন হল। এইমাত্ৰ যুদ্ধক্ষেত্ৰ যেন হোৱা ঠাইখন সঁচা অৰ্থত শোক সভা যেন হল।

ইতিমধ্যে হাটলৈ বুলি ওলোৱা ভালেমান মানুহ আহি সেইখিনিত জমা হলহি। দুখনমান গৰুগাড়ীও। যোৱাৰ উপায় নাই। বাট

বন্ধ ! কণ ল'ৰাই কলেছি,—ৰাইজ, কিবা এটা কৰক। পুৰণি কথা শুনি বেয়া নালাগে, পিছে ইয়াত বৈ থাকিলে হাটলৈ দেৰি হয়।

মেম্বৰ পেহাই কিবা এযাৰ কব খুজিছিল, তেওঁ কিবা এটা ভোৰভৰাই আগবাঢ়ি আহোতেই শুনিলো—কিবা এটা শব্দ। আমি সকলোৱেই ঘূৰি চালো। আনন্দই কেইজনমান ডেকা ল'ৰাৰ সতে পৰি থকা গছ জোপাত কুঠাৰ মাৰিছে।

আমি, যি কেইজন ডেকাই ইতিহাসেই শুনি আছিলো আবেগ ভৰা চকুৰে গছজোপালৈকে চাই আছিলো, মেম্বৰ পেহাৰ কথাই সঁচা নে বিনন্দ বৰ্ত্তাৰ কথাই সঁচা ঠিৰাং কৰিব নোৱাৰি বিপাণ্ডত পৰি আছিলো, আগবাঢ়িলো গছজোপাৰ ফালে। ভেটিৰথা বাটটো মোকোলাব লাগে ; জমা হৈ থকা বৰষুণৰ পানীবোৰ খাললৈ বোৱাই দি ঠাইখন শুকাবলৈ দিব লাগে।

আনন্দৰ লগত আমিও যোগ দিলো।

# মই অমলৰ বন্ধু

[ কিয় ক'ব নোৱাৰো মোৰ যেন বুকুখন কঁপি উঠিছে। মোৰ ঠিকনাটোকে বাৰে বাৰে পঢ়িছো। চিঠিখন ফালি ভিতৰৰ কথাখিনি পঢ়ি পেলাব পাৰো কিন্তু কিবা এক অজান আশঙ্কাত চিঠিখন মই মেলি লোৱা নাই। যোৱা আঠবছৰ ধৰি এই আখৰকেইটা মই দেখিবলৈ পোৱা নাই, যোৱা আঠবছৰ ধৰি এই আখৰৰ লেখকৰ লগত মোৰ কোনো যোগসূত্ৰ নাই; অথচ এই কেইটা কাৰ আখৰ মই নিৰ্ভুলভাৱে কৈ দিব পাৰো। চকীখনও আউজী বহিলো আৰু চিঠিখন মেলি ললো। ]

মৰমৰ বু,

[ মোক যে তই 'বু', বুলি মাতিছিলি পাহৰা নাই। তোৰ মুখত 'বু', উচ্চাৰণটো শুনি মোৰ বৰ ভাল লাগে। আজি দেড়বছৰ মানৰ আগতে নীতাক লগ পাইছিলো। মই মন কৰা নাছিলো, নীতাইহে মোক আগতে দেখিলে আৰু প্ৰায় চিঞৰি দিলে—এই 'বু'দা। নীতাই মোক বুদা বুলি মাতিবলৈ তোৰ পৰাই শিকিছিল। নীতা কিন্তু এতিয়া বৰ শকত হৈছে। কলেজ এখনত প্ৰফেচাৰী কৰে। দেড়বছৰ মানৰ আগতে ইয়ালৈ আহিছিল আৰু হঠাৎ মোৰ লগত দেখা হৈছিল। মোক ঘৰলৈ মাতিছিলো। সময় নহ'ব বুলি ক'লে। শিৰত সেন্দুৰৰ দাগ আছেনেকি—লক্ষ্য কৰিছিলো—নেদেখিলো। তোৰ কথাও সুধিম বুলি ভাবিছিলো, সময়কে নেপালো। মাত্ৰ কেইমিনিটমান একতৰফীয়া ভাবে কথা কৈয়েই নীতা গুচি গলগৈ। সেইদিনাও ওৰে নিশা মই তোৰ কথাকে ভাবিছিলো। এই মুহূৰ্তলৈকে তোৰ বিষয়ে যিবোৰ বাতৰি পাইছো—সেইবোৰ আৰ তাৰ মুখৰ পৰা শুনা বাতৰি। যোৱা আঠ বছৰ তই বাৰু মোক তোৰ বিষয়ে একো নজনোৱাকৈ থাকিব লাগেনে? মইনো বাৰু তোৰ খবৰ কেনেকৈ লওঁ? তই ক'ত

আছ, কেনেকৈ আছ, কি কৰিছ মই কেনেকৈ জানিম। তথাপি তোক লগ পোৱাৰ বাবে মোৰ মন ব্যাকুল। আৰু তাৰ মুখৰ পৰা তোৰ বিষয়ে যিবিলাক কাতৰি শুনিছো, সেইবিলাকে মোক যোমাঞ্চিত কৰে। তোৰ প্ৰতি মোৰ মৰম তীব্ৰতৰ হয়।]

ভালে আছ নিশ্চয়—

[মই যিদৰে ভাল-বেয়াৰ হিচাপ কৰো, তই সেইদৰে কৰ? চলিব পৰাকৈ হাতত টকা-পইচা থাকিলে, কৰিবলৈ মন যোৱা কামটো কৰিবলৈ পালে, অসুখ-বিসুখ নোহোৱাকৈ থাকিলেই মই ভালে আছো বুলি ভাবো। কিন্তু তোৰ ভালে থকা হিচাপটো মোৰ সতে যে নিমিলে। দেড় হেজাৰমান টকা দৰমহা পোৱা, সুসজ্জিত ঘৰত থাকিবলৈ পোৱা কোম্পানীৰ চাকৰীটো তই এৰি দিলি, বিশ্ববিদ্যালয়ৰ চাৰ্টিফিকেটখন দলিয়াই পেলালি আৰু তাৰ পৰিবৰ্তে মানুহৰ কল্যাণ সাধিবলৈ তই অজ্ঞাতবাস আৰম্ভ কৰিলি, কেইবা সাজ ধৰি পেটত খুদকণ এটা নপৰাকৈয়ে ব'দে বৰষুণে, পাহাৰে-জঙ্গলে—তই ঘূৰি ফুৰিবলৈ ললি, তোৰ মা-দেউতাই তোৰ খবৰ নাজানে, তোৰ বন্ধুৱে খবৰ নাজানে, তোৰ যৌৱনৰ সকলো স্বপ্ন যাক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল সেই নীতায়ো তোৰ খবৰ নাজানে। ক'তা—মইতো কাকো বাদ দিব নোৱাৰিলো। মা-দেউতা, ভাই-ভনী সকলোবে স্নেহত মই বন্দী, আৰু বন্দী ৰুণ আৰু মুনক লৈ। ৰুণৰ কথাটো তই জানই। সেই ৰুণকেই মই বিয়া কৰালো; ৰুণ এতিয়া মাতৃ। মুন আমাৰ সন্তান; মুনৰ এতিয়া ছুবছৰেই হ'লহি। ৰুণ-মুনে হাঁহি থকা মানেই মই ভালে থকাৰ অৰ্থ এইটো হয় জানো? দেড় হেজাৰ টকাৰ চাকৰি লৈও তই ভালে থকা বুলি নাভাবিলি, তই বিচৰাৰ দৰেই তোৰ আৰু নীতাৰ দুয়োখন ঘৰৰ উৎসাহত তহঁতৰ বিয়াৰ বন্দৱস্ত হৈছিল, অথচ নীতাক বিয়া কৰালেই তই ভালে থাকিব পাৰিবি বুলি ভাবি ল'ব নোৱাৰিলি। বহুত দিনৰ আগতে তয়েতো এদিন কৈছিলি—আচলতে আমি এতিয়া ভালে থাকিব নোৱাৰো বুজিছ। তই বা মই ভালে

থকাকেইই ভালে থকা সুবুজায়। আমি সকলোৱে যদি খাবলৈ পাওঁ, থাকিবলৈ পাওঁ—সেইটোও ভালে থকা আৰু আমি সকলোৱে যদি খাবলৈ নাপাওঁ, ফুটপাথত পৰি থাকো—তাৰ নামো ভালে থকা। এতিয়া যেনেদৰে আছো, সেইটোক ভালে থকা সুবুজায়—তোৰ এই কথাকেইটা মোৰ মনত আছে। এই অৰ্থত যদি তই মোক ভালে থকা-নথকাৰ কথা সুধিছ তেনেহলে—মই তাৰ উত্তৰ দিব নোৱাৰিম।]

এদিন দূৰে দূৰে, ক'টৰ আগত গুণপেহাক দেখিছিলো। বৰ ইচ্ছা হৈছিল মাত এষাৰ মাতি আহিবলৈ........।

[ গুণপেহাৰ সকলো খবৰ তই পাইছ জানো ? গুণপেহা আৰু আগৰ গুণপেহা হৈ থকা নাই। গোট কঠালটো গোটে গোটে খোৱা, দা-কটাৰী নোহোৱাকৈয়ে নাৰিকলটো বখলিয়াই খাই শেষ কৰা, চাৰিটা হাঁহৰ মাংস অকলে খাব পৰা, ভীমকলৰ পাতখিলাত আঢ়ৈ সেৰ চাউলৰ ভাত বাঢ়ি লৈ গৰাহে গৰাহে খাই দিব পৰা গুণপেহাৰ এতিয়া হাড় আৰু ছাল থনহে বাকী ৰৈছেগৈ। কথা পাতিবলৈ পালেই – স্বচক্ষে দেখি অহাৰ দৰে মান অত্যাচাৰৰ পৰা আৰম্ভ কৰি মণিৰাম পিয়লিৰ ফাচীলৈকে বৰ্ণনা কৰি যোৱা গুণপেহাই এতিয়া মুখেৰে প্ৰায় নামাতেই। নৈ পাৰৰ আঁহত জোপা আৰু তাৰ তলৰ হুঁাফলুটোত থকা বুঢ়া ডাওৰীয়াৰ কথা কিজানি গুণপেহাই একেবাৰেই পাহৰি গ'ল। গুণপেহাৰ পৰাই সৰুতে আহঁত গছত সেই বুঢ়া ডাওৰীয়াজনৰ কথা শুনিছিলো। তেতিয়াৰ পৰা সেইফালে বেলি পৰাৰ পিছত যাবতো নোৱাৰোৱেই, দিনতে অকলে যাবলৈ ভয় লাগে। শুনিছো, গুণপেহা বোলে মাজৰাতিলৈকে সেই আহঁত জোপাৰ তলৰ হাঁফলুটোত বহি থাকেগৈ। গুণপেহাৰ সৰুটো ল'ৰা বাপে ৰাম শৰ্মাক কোৰেৰে চৰিয়াই মাৰিলে। বাপ ৰাম শৰ্মাৰ ঘৰৰ হালোৱা আছিলে। ৰাম শৰ্মাৰ মুখ চোকা স্বভাৱৰ কথা জানই। মানুহক মানুহ যেন নেদেখে। পথাৰত আলি দি থাকোতে ৰাম শৰ্মাই বাপক কিবা গালি শপনি পাৰি আছিল

বোলে। ডেকা ল'বা, উঠিল খং। হাতব কোবখনেৰে বাম শৰ্মাৰ মূৰতে চবিয়াই নিজে থানা পালেগৈ। তাৰ কিছুদিনৰ পিচত পেহাৰ বৰজনী ছোৱালী ভুমুৰ কেলেঙ্কাৰী হ'ল—তাইতকৈ দহবছৰমান সৰু, দদায়েক নে বৰ বাপেকৰ পুতেকৰ লগত সেই লৈয়ে হুলস্থুল লাগিল। বাইজে গুণপেহাক এৰিলে। ডেৰ কুৰি বছৰবো বেছি হোৱা জীয়েক-জনীক বিয়া নিদিয়াকৈ ঘৰতে ৰখাৰ কাৰণে বাইজে পেহা পেহীকে ছুখিলে। এদিন ভুমু কোনেও নিবিচৰা কেচুৱাটি লৈ ঘৰৰ পৰা নাইকীয়া হ'ল। কেনি গ'ল কোনেও ক'ব নোৱাৰে। ভুমু গুচি যোৱাৰ এসপ্তাহ কি দহদিন মানৰ পিচতে পেহীয়ে ডিঙিত চিপ লগাই মৰিল। বাপ এতিয়া জেলতে আছে। গুণপেহাৰ ঘৰখনৰ বৰ্ত্তমান অৱস্থা কেনেকুৱা সেই খবৰ মই পোৱা নাই। গাঁৱলৈ ময়ো বহুতদিন যাব পৰা নাই। "এওঁলোকক গাঁৱৰ ঘৰলৈ নিলেই অসুখ বিসুখ হয়। ইয়াত অকলে এৰি থৈও যাব নোৱাৰি। গতিকে চাকৰি আৰু সংসাৰ —এই লৈয়ে ব্যস্ত আছো। বহুতদিনৰ আগত তই এদিন নিতাই ভিহিনৰ বিপৰ্য্যয় দেখি কৈছিলি—এই মানুহবোৰ যুগে যুগে এনেদৰেই আছে, যদি কিবা এটা কৰিব নোৱাৰো এনেদৰেই থাকিব। আজিও তই হয়তো কবি—গুণপেহা এজনেই নহয়, গুণপেহা বহুত আছে। এজন গুণপেহাক চকুৰ আগত দেখি ঘৰত সোমাই বেজাৰ কৰি দেখুৱালে লাভ নেই। —লাভ নাই বুজিছো কিন্তু আমি কিয়েইবা কৰিব পাৰো ?]

আজি কালি তই বক্তৃতা-টক্তৃতা দিয়নে নিদিয় ?

[বক্তৃতা। তই মোক বিদ্ৰূপ কৰিছ নেকি ? বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে মই ছাত্ৰ নেতা আছিলো। বহুত আন্দোলনত আগভাগ লৈছিলো। হৰতাল, শোভাযাত্ৰা, পিকেটিং—আদি বহুত আন্দোলন মোৰ নেতৃত্বত সাফল্যৰে চলিছিল। আৰু তই এইবোৰত ভাগ লোৱা নাছিলি। তই মাথোন কিতাপ পঢ়িছিলি। কৰেষ্ট ফিল্ডত হোৱা বিৰাট জনসভাত তোক মই কিমান বাব বক্তৃতা দিবলৈ কাবো কৰিছিলো,

তই কিন্তু মাইকৰ মুখামুখি হব মুখ খুজিছিলি। এদিন, মাথোন এদিন তই বক্তৃতা দিছিলি, এদিন তোক খং উঠা দেখিছিলো, এদিন তই মোক গালি পাৰিছিলি। তোৰ চাগে মনত নাই। মোৰ কিন্তু স্পষ্ট মনত আছে। আমি অনগ্ৰসৰ শ্ৰেণীৰ বাৰ্ষিক সন্মিলন পাতিছো। বাস্তিপুৰা ছমাইল জোৰা এটা প্ৰকাণ্ড শোভাযাত্ৰা উলিয়াব পৰাৰ সাফল্যই সেইদিনা মোক আপ্লুত কৰি ৰাখিছিল। আবেলি প্ৰায় পাঁচ হেজাৰ মানুহৰ জনসভা। মই উদাত্ত কণ্ঠে বক্তৃতা দিছো। অনগ্ৰসৰ শ্ৰেণীৰ যুক্তিযুক্ত দাবীসমূহ চৰকাৰে অৱহেলা কৰিছে বুলি চৰকাৰক কঠোৰ ভাষাৰে সমালোচনা কৰিছো। অথচ চৰকাৰৰ পৰা দহ হেজাৰ টকাৰ অনুদান পাইছিলো আৰু সন্মিলন উদ্বোধন কৰিবলৈ মুখ্যমন্ত্ৰীক নিমন্ত্ৰণ কৰিছিলো। জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিছে, মোৰ উত্তেজনা বাঢ়ি গৈছে, এই মুহূৰ্ত্ততেই যেন মই চৰকাৰ ভাঙি চিঙি পেলাম এনে এক বজ্ৰমুষ্টি প্ৰদৰ্শন কৰি মই বক্তৃতা দিছো। হঠাৎ ওলালিহি তই আৰু মোৰ পৰা তই মাইকটো প্ৰায় কাঢ়ি ললি। তোৰ মুখখন অসম্ভৱ ৰঙা পৰিছিল, চকু দুটা টঁ টঁকৈ জ্বলিছিল। তই কৈ উঠিছিলি —সন্মিলনে দৰিদ্ৰ কৃষকৰ পেটত ভাত নিদিয়ে। এই সন্মিলনে প্ৰস্তাৱ লওক—আমাৰ ৰাইজক শতকৰা পঞ্চাশ ভাগ চাকৰি দিব লাগিব, আমাক ল'ৰাক পঢ়াৰ সুবিধা দিব লাগিব, তাৰ পিচত আহক বামুনৰ সন্মিলন, কলিতা কায়স্থ কৈৱৰ্ত্ত-মেছ ৰাভা বড়ো মুছলমান, খৃষ্টিয়ান, শিখ, জৈন, অসমীয়া ভাষী, বাংলা ভাষী, হিন্দীভাষী - মধ্যবিত্তই নেতৃত্ব বজাই ৰখাৰ বাট সুগম কৰি লওক। প্ৰস্তাৱৰ বিপ্লৱক, হৰতাল, ধৰ্ম্মঘট, সত্যাগ্ৰহৰ বিপ্লৱক মই প্ৰকৃত বিপ্লৱৰ পৰিপন্থী বুলি গণ্য কৰো—তোৰ এইবিলাক কথা শুনি এক মুহূৰ্ত্তৰ কাৰণে বিৰাট সভাখৰ কঁাহ পৰি জীন গৈছিল, ময়ো হতভম্ব হৈছিলো। তাৰ পিছত গুণগুণনি আৰম্ভ হ'ল। তয়ো সজোৰে কৈ গলি— পৃথিৱীত দুটা শ্ৰেণী আছে, এটাৰ নাম বিলাসভোগী আৰু আন এটাৰ নাম—শ্ৰমিক। অৰ্দ্ধাহাৰী। ইয়াৰ মাজত অন্য ধৰ্ম নাই,

সম্প্ৰদায় নাই, ভাষা নাই, একো নাই। —এই বুলি তই সজোৰে তোৰ ব্ৰাহ্মণত্বৰ প্ৰতীক চিহ্ন লগুনদাল সোলোকাই পেলাইছিলি আৰু ঠিক সেই মুহূৰ্ত্ততেই তোৰ কপালে-মুখে কেইটামান শিলৰ টুকুৰা কোনোবে আহি পৰিছিলহি। তই পৰি গৈছিলি। চাৰিওফালে হৈ চৈ লাগিছিল। এখন সু-সংগঠিত সভা এইদৰে তই পণ্ড কৰি দিয়াৰ বাবে কেৱল তোকেই নহয়, তোৰ বৰ্ণৰ মানুহখিনিকো বহুতেই দোষাৰোপ কৰিছিল আৰু এইটো পূৰ্ব পৰিকল্পিত বুলি ধৰি লোৱা হৈছিল, কাৰণ, তই খণ্ডৰ ভমকত অপ্ৰাসংগিক কথা কৈছিলি। এই ঘটনাৰ পিছৰে পৰা কিছুদিন ধৰি তোৰে-মোৰে বন্ধুত্বত ফাট মেলিছিল, তোকও সচাকৈয়ে আমাৰ শত্ৰু বুলি ভাবিবৰ মন গৈছিল। এদিন তই মোৰ ওচৰলৈ আহি কৈছিলিহি—"মোৰ ককাদেউতাহঁতৰ ভুলৰ কাৰণে তহঁতে মোক যেতিয়া দোষাৰোপ কৰ মই নিজকে অসহায় অনুভৱ কৰো। অ'ৰু কি জান—মানুহ, মানুহ হিচাপে পৰিচিত হ'ব নোৱাৰালৈকে তহঁতে কৈ ফুৰা পৰিবৰ্ত্তন নাহে, আহিব নোৱাৰে। মানুহৰ মাজত,—আমাৰ এই খাবলৈ নোপোৱা শ্ৰেণীটোৰ মাজত বামুন, আহোম, কলিতা, কৈবৰ্ত, হিন্দু মুছলমান, জন-জাতি, অ-জনজাতি, পৰ্বত ভৈয়াম আদি থাওক—এই টোকেই প্ৰতিক্ৰিয়াশীল শক্তিটোৱে কামনা কৰে। বিভাজনৰ মাজেদি বিৰাট উদ্দেশ্যক খণ্ডিত কৰি লব পাৰিলেই—সেই শক্তিটোৱে নিজৰ হাতত নেতৃত্ব ৰাখিব পাৰিব। আৰু এই যে তহঁতৰ বিপ্লৱ—বন্ধ পালন কৰিলি, ভাত নোখোৱাকৈ থাকিলি—এইবোৰে কি পৰিবৰ্ত্তন আনিব পাৰিব? —তোৰ এইবোৰ কথা শুনিও মনে মনে মোৰ খং উঠিছিল। তোৰ উদ্দেশ্য, তোৰ আগ্ৰহ, তোৰ একাগ্ৰতা; তোৰ আন্তৰিকতা - সেইদিনা উপলব্ধি কৰিব পৰাৰ মানসিক প্ৰস্তুতি মোৰ নাছিল। ক'বলৈ গলে এই ঘটনাৰ পিচৰে পৰাই আমি প্ৰায় এৰা-এৰি হ'লো। তাৰ পাছত মই চাকৰিত সোমালো, তয়ো কিছুদিনৰ কাৰণে চাকৰিত সোমাইছিলি। মোৰ বিপ্লৱী কণ্ঠ বন্ধ হৈ গ'ল—আৰু এদিন শুনিলো তয়ো

নাইকীয়া হৈ গ'লি। নীতালৈ মাখোন চিঠি এখন লিখি থৈ গৈছিলি—যদি সম্ভৱ হয়, নতুন জগতখনত আমাৰ মিলন হ'ব—নীতালৈ দিয়া এই চিঠিখনৰ কথা মোক নীতাৰ দেউতাকেই কৈছিল। সম্ভৱ সেইখন জগতত লগ পাবলৈকে নীতাই এতিয়াও শিৰত সেন্দূৰ লোৱা নাই। তই সৰ্বাত্মক বিপ্লৱ বিচাৰিছ আৰু মই অফিচলৈ গৈ গেটৰ মুখত পিকেটাৰ কেইজন দেখিবলৈ পোৱাতেই সন্তুষ্ট আছো। তই যাক পৰিবৰ্ত্তনৰ পৰিপন্থী বুলি অভিহিত কৰিছ, মই তাকেই কিবা এটা নোহোৱাতকৈ এইবোৰকে হৈ থাওক বুলি গ্ৰহণ কৰিছো। তই যি পথ নিৰ্ণয় ললি সেই পথেদিয়েই গৈ থাকিলি, মই বট-বিচাৰিহে বাটত ভৰি দিছিলো, লক্ষ্য ৰাখি নহয়। গুণপেহাৰ বাবে মই কেৱল দুখহে প্ৰকাশ কৰো, তুমুক আশ্ৰয় দিব নোৱাৰো। অমল তোৰ কপালৰ দাগটো গ'ল জানো? তোৰ কথা যেতিয়াই মোৰ মনত পৰে, তেতিয়াই সেইদিনা তোৰ কপালে-মূৰে পৰা শিলগুটিখিনিৰ কথা মনত পৰে। সেইদিনা তোৰ মূৰত উতলা তেজ উঠিছিলনেকি বাৰু? লগুনদাল খুলি পেলোৱাৰ কাৰণে তোৰ ঘৰখনেও তোক ত্যাগ কৰিলে। চকুপানী টুকি টুকি তোৰ দাদাৰে কৈছিল—ভাই এটা মৰিল বুলি চক হাড়ি পেলাই দিলো। তোৰ ককায়েৰৰ চকু দুটালৈ চাই সেই দিনা কিন্তু মোৰো চকু চলচলীয়া হৈছিল।]

বাৰু, এতিয়া আচল কথালৈ আহো—তোৰ হাতত মোৰ এটা বস্তু আছে··········

[ বস্তু? কি বস্তু? মোৰ হাতত তোৰ কি বস্তু আছে? নীতাই লিখা চিঠিকেইখন? সেই বিশ্ববিদ্যালয়ৰ দিনৰে চিঠি। কণৰ হাততে থৈ দিছো। কিন্তু সেই কেইখন তোক কিয় লাগে? নীতাৰ লগত তোৰ সেই সম্পৰ্কৰ কথা এতিয়া মনত ৰাখিছ জানো? যদি ৰাখিছই এনেদৰে অনাই বনাই ফুৰিছ কিয়? তেনেহলে? তোৰ ফটোখন? হব পাৰে, সম্ভৱ তই ফটোখনৰ কথাই লিখিছ। কিন্তু ফটোখন তোক কিয় লাগে? পুলিচ তোৰ পিচে পিচে ফুৰিছে নোকি? তেনেহলে?]

মই যিকোনো এনিশা তোৰ ঘৰ ওলামগৈ। এ বাতি নাৰাখিবি জানো ?

[ কিয় নাৰাখিম ? তোক চাবলৈ, তোক লগ পাবলৈ, তোৰ লগত কথা পাতিবলৈ মই কিমান আগ্ৰহেৰে অপেক্ষা কৰিছো—তই কেনেকৈ জানিবি অমল, তোৰ কপালৰ সেই দাগটোৰ কথা মনত পৰিলে মই এতিয়াও চকখাই উঠো। মোৰ মন যায় তোৰ সেই দাগটো মই মচি দিওঁ। আচলতে তোক মই কিমান ভাল পাওঁ—তই নাজান অমল। তোৰ পৰা আঁতৰি থকা দিনবোৰ যিমানেই বেছি হৈ গৈছে, সিমানেই তই মনত উজ্জ্বলৰ পৰা উজ্জ্বলতৰ হৈ আছিছ। তোক এবাতি কিয়—চিৰদিন মোৰ ইয়াত সকলো আতিথ্যৰে, সকলো সেৱাৰে ৰাখিবলৈ মই প্ৰস্তুত। কেৱল ময়েই কিয়—কণেও তোক শ্ৰদ্ধা কৰে। তই আহিবি অমল, তই আহিবি....তই পলাই ফুৰিছনেকি ? তোৰ পিচে পিচে পুলিচ আছে নেকি ? পুলিচ যদি মোৰ ঘৰলৈ আহে ? মোক যদি কৈফিয়ৎ বিচাৰে ? মোৰ চাকৰিৰ যদি গোলমাল হয় ? অলপতে যে মোৰ প্ৰমোচন হ'ব....তই ৰাজনীতিৰ শত্ৰু হৈ নাহিবি অমল, মই যে তোক আতিথ্য দিব নোৱাৰিম....মই যে....মই যে মোক ক্ষমা কৰ অমল, এদিন বক্তৃতাৰে বিপ্লৱ বিচাৰিছিলো, আজিকালি তাকো নিবিচাৰো....চাকিৰি নাথাকিলে মই কণক খুৱাম কি ? দেউতাৰ চিকিৎসা কৰাম কেনেকৈ ; ভনীজনীৰ বিয়া দিম কেনেকৈ ? মই নোৱাৰো অমল, মই নোৱাৰো, মই ভীৰু, মই তোৰ সুবিধাবাদী মধ্যবিত্তৰ প্ৰতিভূ, মোক টনা আজোৰা নকৰাকৈ তইঁতে যি পৰিবৰ্ত্তন সাধিব খুজিছ সাধ, কিন্তু মোক ক্ষমা কৰ। তই নাহিবি অমল, তোৰ আগত মুখাখন খুলিবলৈ মই বৰ লাজ পাম, অথচ তাকে নকৰি মোৰ উপায় নাই। বিপ্লৱ মই অজিও কৰো—মাহিলী দৰমহাৰ হাৰ বৃদ্ধি কৰা, পদোন্নতিৰ সুবিধা আদায় কৰা—এইবোৰ বিপ্লৱ মই কৰিব পাৰো। কিন্তু সংসাৰৰ সকলো মানুহৰ জীয়াই থকাৰ বাট নিশ্চিত কৰিব খোজা তোৰ দৰে বিপ্লৱক মই ভয় কৰো। মোক ক্ষমা কৰ অমল, মোক ক্ষমা কৰ। ]

# হয়নে বাপু
# তই হেনো……

বৌতি, যেনিয়েই চাইছো নীতি নিয়মৰ মূৰ খোৱাহে দেখিছো। জুৱাচুৰি, দিন ডকাইতৰ টিঘিল খিলনি দেখিছো। খং আৰু কিমান পুহি ৰাখিম কচোন ? মই সাধু সন্ত নহয় অ' বৌতি, এসাজ খাবলৈ বিচৰা মানুহ, থাকিবলৈ ঘৰ বিচৰা মানুহ, বিয়া বাৰু কৰাই সংসাৰ পাতিবলৈ মন যোৱা মানুহ।

হয়নে বাপু, তই হেনো……

হয় বৌতি হয়, যি শুনিছ, ঠিকেই শুনিছ। মোৰ মূৰটো আজি-কালি গৰম হৈ থাকে, হাত দুখনত পিৰপিৰনি উঠে, জিভাখন চম্ভালিব নোৱাৰো, এফালৰ পৰা ধাহিমুহি নিবলৈ মন যায়। তই এতিয়া সেই সোপাকে বলকিবি নহয় জানো। বলকি থাক, মই মোৰ যি মন যায় কৰি যাম।

বাপেৰ ঢুকাবৰ দিন ধৰি……

বৰ কষ্টেৰে বুকুত বান্ধি মোক ডাঙৰ কৰিলি। আৰ ঘৰত ভুঁই কই, তাৰ ঘৰত ধান-দোন বানি-চিৰা, ঢেকি দি, ধান-দোন, চাউল এমুঠি, পইচা দুটা আজি মোক কলেজলৈকে পঢ়ুৱালি। আশা কৰিছিলি— লৰাই পঢ়াশুনা শেষ কৰি, চাকৰি বাকৰি কৰি দুপইচা ঘটি বুঢ়া কালত তোক সুখ দিব। পিছে এতিয়া সুখ দিয়াতো দূৰৰ কথা, এহাতেৰে চকুপানী টুকি, এহাতেৰে ভাত খাব লগীয়াত পেলাইছো। এইবোৰকে তই ক'ব খোজা নাই জানো ?

তোক লৈ দহজনে……

দহটা কথা ক'লে তোৰ বেয়া লাগে নহয় জানো ? ময়ো বুজি পাওঁ বুজিছ বৌতি, ভালদৰেই বুজি পাওঁ। কাৰো চকুলৈ নোচোৱাকৈ,

কথা এবাৰ নোকোৱাকৈ থাকিব পাৰিলে, হুক কথাতো মুখ বন্ধ কৰি থাকিলে, চকুৰ আগত কোনোবাই টিঘিল-ঘিলাই থকা দেখিও মন কাণ নিদিয়াকৈ থাকিব পাৰিলে—

ল'ৰাটো বৰ শান্ত, বৰ নিৰ্ব্বিচু স্বভাৱৰ, মৰমলগা বুলি কবলৈ পালে ভালেই লাগে নহয় নে ?

চা বাপু, ভালেমান কথা মই বুজি নাপাওঁ........

বিপদ সেই কাৰণেই বৌতি, নুবুজাকৈয়ে তই মোক যিহকে তিহকে বকি থাক। ঘটিকাই মোৰ কথা কিছুমান উলিয়াই ফুৰিছে নহয়।

বুঢ়া মানুহ এজনক........

ঘটিকা নামটো দিয়াৰ বাবে বেয়া পাইছ নহয় ? পীতাম্বৰ শৰ্ম্মাক আমি তাহানিৰে পৰাই দেখোন ঘটিকা বুলিয়েই মাতো। অৱশ্যে নামাতো, মাতোতে, 'ৰৰদেউতা' বুলিয়েই মাতো, কিন্তু আমাৰ মাজত তেওঁ ঘটিকা বুলিয়েই জনাজাত। ঘটিকা বৰ্ত্তা বুলিয়েই হুওঁতে কওঁ। ডিভিৰ ঘটিকাটো কম উঠা নমা কৰেনে ? সেনবাবুৰ হোমিওপেথিক দোকানত আবেলি গৈ বহেগৈ। ঘটিকা বৰ্ত্তা, মোলা কেৰেনী আক 'আমাৰ তেওঁ পেহা'। নামটো পিছে মই দিয়া নহয় দেই, আমাৰ লগৰ পেলুৱে দিয়া, কথাই কথাই ঘৈণীয়েকৰ কথা কৈ থাকে—'আমাৰ তেওঁ আক' এনেকৈ ক'লে, 'আমাৰ তেওঁ' কৰি থাকে বাবেই পেলুৱে এদিন নামেই দি দিলে 'আমাৰ তেওঁ পেহা'—তেতিয়াৰে পৰা আমাৰ মাজত 'আমাৰ পেহা'ৰ গন্ধৰ্ব্ব দত্ত নামটো ক'ৰবাত হেৰায়েই থাকিল।

—কি হ'ল, জুপুকা মাৰি বহিলি যে, মই কোৱা কথাৰ........

উত্তৰ নো কি দিম অ বৌতি তইতো হুকে বিহকে মোকেই সকলো দোষ দি থাক। বাহিৰত ক'ৰবাত কিবা এটা খং উঠি আহিলেও মোকেই জাবনটো দিয়হি। তই তেনেকৈয়ে শান্তি পাৱ। মইয়ো মাতিবলৈ একো নাই। তয়ো জান যে মোতকৈ তোৰ আপোন বুলিবলৈ কোনো নাই আৰু ময়ো জানো যে একান্তমনে মোৰ হুক চিন্তা কৰা মানুহ তোৰ বাহিৰে মোৰো কোনো নাই। পিতাই কেতিয়া

ঢ্কাল বুলি কৈছিলি ? মোৰ পাঁচ বছৰ বয়সত। পথাৰত হাল বাই থাকোতেই ভদ্ৰেশ্বৰে পিতাইক কোৰেৰে চৰিয়াই মাৰিলে। মাটিৰ সীমা লৈ পিতাইৰ লগত ভদ্ৰেশ্বৰৰ কাজিয়া হৈছিল। ভদ্ৰেশ্বৰৰ যাৱৎজীৱন কাৰাদণ্ড হৈছিল, পিছে বাৰ বছৰৰ পিছতেই খালাচ পাই আহিল। তাৰ ঘৰৰ আগেদি পাৰ হৈ যাওঁতে মোৰ গাৰ তেজ উতলিবলৈ ধৰে। তাৰ পৰিয়ালৰ কাৰোবাক দেখিলেও মোৰ গাত পিৰপিৰনি উঠে। এই কথা তোৰ আগত মই কওঁতে তই মোক "নাপায় অ' বোপাই। অধৰ্মীক ঈশ্বৰে দেখিব" বুলি কৈ আহিছ। পিছে ঈশ্বৰে তাক দেখিব বুলি চাওঁতে চাওঁতে মোৰো এতিয়া একুৰি সাত বছৰ হ'লহি। 'জেল'ৰ পৰা সি ওলাই অহাৰেই দহ বছৰমান হ'ল দেখোন। ধানে ধনে তাৰ অৱস্থাও জয়জয় ময়ময়। তোৰ ঈশ্বৰৰ প্ৰতি মোৰ হলে আস্থা কম হৈ আহিছে বৌতি, বেয়া নাপাবি। গাঁওখনৰ মানুহেও দেখোন ভদ্ৰেশ্বৰক সমীহ কৰে। মই সহিবলৈ বৰ টান পাওঁ।

—বুজিছ বাপু, গন্ধৰ্ব দত্তই বাটতে মোক ক'লে বোলে....

পীতাম্বৰ শৰ্ম্মা মানে ঘটিকাক মই জোকাই আহিছো বুলি ? সেই বান্ধ কেৰেপটোৰ লগত লাগিবলৈ কেতিয়াবাৰে পৰা চেলু বিচাৰি আছিলো। সুবিধাই নাপাওঁ দেখোন। ডি. আই. অফিচত কাম কৰি থাকোতে সি কম লুটিলেনে ? নগদ হেজাৰ, হেজাৰ টকা দিলেহে চাকৰি দিয়ে। বদন যে, বদনৰ পৰা পাঁচ হেজাৰ লৈছিল, সেইখিনিকে নিদিয়া হ'লে সি ঘৰত থাকি চাকৰি কৰিবলৈ পালেহেঁতেন জানো ? ক'ৰবাত দিহিঙে-দিপাঙে থাকিবগৈ লগা হলহেঁতেন। ঘৰ এৰি দূৰত প্ৰাইমেৰী স্কুলৰ চাকৰি কৰাতকৈ পাঁচ হেজাৰ দিয়াই ভাল বুলি সি ঘৈণীয়েকৰ বিয়াৰ সোণৰ মণিধাৰকে বেচি দিলে। ঘটিকাক মুখ খুলি কোৱাৰ উপায়েই নাই, কথা কোৱাৰ যিহে ঢং—"বুজিছ বোপাই বদন, তই মোৰ গাঁৱৰ ল'ৰা মোৰ নিজৰেই ল'ৰা দেচোন, তোক ইয়াতে চাকৰিটো দি ৰাখিব পাৰিলে গাঁওখনৰ বাবেই ভাল। পিছে আমাৰ

অফিচত 'শনি' ছুটামান আছে বুজিছ, নেৰে, দহ লাগে। মই বঢ়াই-বুজাই, কাবৌ-কোকালি কৰি পাঁচত মান্তি কৰালো। পইচা কেইটা যোগাৰ কৰি আনি কাগজখন লৈ যাবিছি। দেখি নকৰিবি। লিষ্টত বহুত আছে। তোৰ ওপৰতো চাৰিটা আছে। কথাবোৰ মুলিয়াবিও।" বেচেৰা বদনে সেই পাঁচ হেজাৰ টকা কলিজা মাৰি গোটালে। এনেকুৱা দেখাৰ উদাহৰণ আছে, সেইবোৰৰ উন্না-দিহ তইঁতে নাপাৱ বৌতি। মোৰ দেখি-শুনি বুজি তিতা কেহা লাগিছে। হতশ্ৰী হোৱা মখাই এদিন যে নিজৰ লৰাবো মূৰ খাব ধুৰূপ বুজিবি। কালিৰ ঘটনাটো তই শুনিছই নহয় বৌতি। কণবাপুৰ লগত ঘটিকাৰ ঘৰ ওলালোগৈ। মই যে ওলামগৈ ঘটিকাই ভবাকে নাছিল। দেখি যিহে হাঁহি এটা মাৰিলে, "হেৰ বাপু, তই একেবাৰে নহা ল'ৰা। আহ—আহ বহহি।" নকৈনো কি, বৰং আথে-বেথে বহিবলৈ দিলে। তাৰ পাছত নিজেও আৰামী চকীখনত আৰামকৈ বহি লৈ ঘুৰঘুৰিত ধপাত টানি টানি বোলে, "কচোন ছুয়োটা ডেকা ল'ৰানো কি সকামত আহিলি ?"

মই কাণমূৰ খজুৱাই বোলো, "বৰ্ত্তা, বেয়া কথা এটা হ'ল।" 'বেয়া কথা' বুলি কোৱাৰ লগে লগেই ঘুৰঘুৰিৰ টোবোক-টাবাক বন্ধ হৈ গ'ল, থৰ লাগি আমাৰ ছুয়োটাৰে চকুলৈ চাই থাকিল। তাৰ পিছত বোলে, "বেয়া কথা ? হেৰ হ'ল কি ?"

—নক'ব বৰ্ত্তা, মাৰিলেও মাৰক, কাটিলেও কাটক।

—কথাটো কচোন।

—এই কণবাপুৰ বাওলীজনী আৰু আমাৰ সেই পাথৰীজনী, ছুয়োজনী গৰু সোমাই আপোনাৰ সেই গেলা পুখুৰীৰ পাৰৰ কুঁহিয়াৰ-বাৰীডৰা তেনেই নেফানেক কৰিলে। এতিয়া আমাক মাৰিলেও মাৰক, কাটিলেও কাটক।

—কি ক'লি ? কি ক'লি হতশ্ৰী হোৱা ? গেলাবিলৰ....

—কৈছোঁৱেই বৰ্ত্তা, গৰুৰ কথা, জানেই, কোনোবা কাকেৰি সোমাই—

—সেই খৰৰকে মোক দিবলৈ আহিছ ? সেইভৰা কৰোতে মোৰ কিমান খৰচ পৰিছে জান ? কুঁহিয়াৰৰ সঁচ অনাৰে পৰা জেওৰা-জপনা দিয়া লৈকে নগদ চাৰে পাঁচ হেজাৰ। এতিয়া তইঁতে—

—কি কৰিম বৰ্ত্তা, জেওৰা-জপনাৰ কেনিবাদি ফাঁক পাই—

—চুপ

"চুপ" শব্দটো এনেদৰে চিঞৰ মাৰি কলে যে সচাকৈয়ে আমি দুয়োটাই উচপ খাই উঠিলো। মুহূৰ্ত্তৰ বাবে বুকুখন কঁপি উঠিল। কিন্তু নিজকে একেবাৰে সাজু কৰি লৈ বোলো, "চাওক বৰ্ত্তা....

—কুকুৰ, ভালৰি বোলাবলৈ আহিছ ? গৰু বেচ, মাটি বেচ, ঘৰ-দুৱাৰ বেচ, মোক পাঁচ হেজাৰ টকা নিদিলে মই পুলিচলৈ যাম, কেছাৰিলৈ যাম, মাছ ধৰিব নোৱাৰিলেও পানী ঘোলা কৰিম, জোলোকা জোলোকে পানী খুৱাম।

অ' পিতাই, কি মূৰ্ত্তি, যেন গোটেইখন সংহাৰি পেলাব, ময়ো কটকৈ নো লেউ সেউ হৈ পৰো কিয়। ক'লো, "আমি দুখীয়া মানুহ বৰ্ত্তা, পাঁচ হেজাৰ সংখ্যাটো অতদিনে অঙ্কত হে লেখিছো, টকাও পাঁচহেজাৰ অঙ্কৰ হ'ব পাৰে বুলি ভাবিবকে পৰা নাই। সেয়েহে—

—সেইডৰা কুঁহিয়াৰৰ পৰা যোৱা বেলি চাৰে তিনিশ টিন গুৰ পাইছিলো। এই বেলি কমেও—

—সিমানবোৰ হিচাপ নধৰিব বৰ্ত্তা—

—কমেও আঠশ টিন গুৰ এইবেলি পালো.হঁতেন।

—কপালত নাথাকিলে—

—কি ক'লি মোৰ কপালত ? মোক তোৰ নিচিনা ছালছিগা ঘৰৰ মানুহ পাইছ ? মোৰ আজুককা কোন আছিল জান ? পিঠা পোৱা মৌজাৰ মৌজাদাৰ। চাহাবৰ সময়ত সেইখন ঘৰত মোৰ জন্ম। [illegible] মোৰ কঁপালক দোষ দিয় ? কটা জহনীত যোৱা।

—[illegible]লো দিছে কেলেই ?

—আশীৰ্বাদ দিম ? মোৰ তেজপানী কৰি কৰা কুঁহিয়াৰ ডৰা গৰুক খুউৰাব বাবে চুলি চিণ্ডি আশীৰ্বাদ দিম নহয় ? আজিৰ পৰা এসপ্তাহৰ ভিতৰত তইঁতে যদি মোক পাঁচ হেজাৰ টকা নিদিয়ছি, জানিবি মই তইঁতক বোন্দা ঠেকেচা দি হ'লেও মুখেদি মোৰ কুঁহিয়াৰ বাহিৰ কৰি ল'ম। অস্ অস্, কি শুনালা মোক প্ৰভু।

—হেৰি নহয় বৰ্ত্তা—

—খবৰদাৰ, বৰ্ত্তা। ইস্ নেদেখিছা একেবাৰে ভতিজা ল'ৰাজন॥

—মোৰ কথা শুনকচোন—

—আগতে টকা লৈ আহ, তাৰ পিছত যি ক'ব লগা আছে কবি।

—সিদ্ধান্ত তাৰ মানে সলনি নকৰে ?

—চুপতি মৰাৰ অৱসৰ মোৰ নাই।

—তেনেহলে সোঁয়ে কৰক বৰ্ত্তা, আচল কথাষাৰ কওঁ শুনক, এই কণবাপৰ কুঁহিয়াৰণী ডৰা আপোনাৰ, এৰা আ পো নাৰ—আপোনাৰ গৰুৱে তহিলং কৰিলে। তাৰ কুঁহিয়াৰণী ভৰা আপোনাৰ ডৰাৰ সমানেই। এতেকে হয় পাঁচহেজাৰ উলিয়াই দিয়ক, নহয়—আপোনাৰ কুঁহিয়াৰণীৰ সকলো কুঁহিয়াৰ কণবাপে পাব বুলি লিখি দিয়ক।

আচল কথাষাৰ কৈ দিয়াৰ পিছত মানুহটো খন্তেকপৰ থৰমৰ খাই বৈ গ'ল। মোৰ ঢেকঢেককৈ হাঁহি দিবলৈ মন গৈছিল। নিদিলো। সি চল পাব।

—বুজিছ বাপু,

বুজিছো বৌতি, বুজিছো। কাজিয়া পেচাল কৰিব নাপায়, বয়সত ৰৰজনক মান কৰিব লাগে। তেওঁলোকে ওভোত গোবে নাচিলেও নেদেখা ভাও জুৰিব লাগে। এইবোৰ কথা নকবি বৌতি। ধনীবাম পেহাৰ দৰে মানুহক মই সেৱা কৰিব পাৰো, লাগ বুলিলে মৰিব পাৰো। কিন্তু ঘটিকাইতৰ মানুহে নিজেই বেভিয়া ভাল এটা আমাক কৰি দেখুৱাব নোৱাৰিলে, মান-সন্মান বিচাৰিব কিয় ? চোৰ, ডগাবাজ।

—ননী আহিছিল।

ননী। কেতিয়া, মোৰ কথা কিবা সুধিছিলনে তাই ? মোৰ ওপৰত ভীষণ খং তাইৰ। তোক চাগে কৈছে নহয় বৌতি।

—মই কি কৈছো শুনিছনে নাই, বোলো ননী আহিছিল।

বৌতি, ননীক তোৰ 'মোলৈ' আনিবৰ মন বুলি মই জানো, তোৰ আগতনো মুখ ফুটাই কওঁ কেনেকৈ যে তাইলৈ মোৰো বেথা আছে। পিছে দিনে দিনে মোৰ তাইৰ আগত থিয় হ'বলৈকে লাজ লগা হৈ আহিছে। পঢ়াশুনা কৰিও চাকৰি-বাকৰি এটা গোটাই ল'ব নোৱাৰিলো। অথচ—

—আজি ভালেদিন বোলে তাই তোক দেখাই নাই ?

অ' বৌতি, মোৰ মুখটো গৰম কৰিছ কেলেই হয়নে ? মোক অকৰ্মান মনে মনে বহি থাকিবলৈ দেচোন। মোৰ মাত মাতিবলৈকে মন যোৱা নাই। মই তোৰ কথাৰ উত্তৰ দিয়া নাই যদিও, তই কথা সুধিয়েই আছ। ননীৰ কথা উলিয়াই আক' দিলি খেলি মেলিখন লগাই। তোৰ কথাও মই নুবুজা নহয় দে। তোৰ কথা হ'ল ননীক মই বিয়া কৰাব লাগে, আৰু সেই কাৰণতেই মই ধন অহাৰ বাট এটা উলিয়াই ল'ব লাগে, ননীলৈ তোৰ……বৌতি ননী বাৰু কিমান সময়ত আহিছিল কিমান সময় থাকিল। জগতৰ কথা কি উলিয়াইছিল ? জগতে মোৰ বিষয়ে কিবা কৈছিল বুলি তাই বাৰু তোৰ আগত কৈছিল নেকি ? গাওঁখনৰ মানুহে জগতকে মোকে কিমান যে নামেৰে নামাতে। কোনোৱে কয় কৃষ্ণাৰ্জুন, কোনোৱে কয়—"সাইলাখ ৰাম লক্ষ্মণ", কোনোৱে আক'—"এইহাল কোনোবা জনমত লৱ কুশ আছিল", বুলিও কয়। কিন্তু সেই জগতৰো যে মই যোৱা পোন্ধৰদিনে ছাঁটোকো চাবলৈ বিচৰা নাছিলো—সেইকথা তোৰ আগতো কোৱা নাই বৌতি। ননীৰ প্ৰতি যি বেথা আছিল—সেয়া তাইৰ সেই ককায়েক জগতৰ কাৰণেই নহয় জানো। আমি দুয়োটাই একেলগেই পঢ়া শুনা কৰিলো, মেছ কৰি থাকিলো, চাকৰি বিচাৰিলো, ইন্টাৰভিউৰ পিছত ইন্টাৰভিউ দিলো আৰু—

—হেৰ বাপু, মোৰ কথাবোৰ তোৰ কাণত সোমোৱা নাইনেকি ? চামোনটো বহাদি যে বহি আছ হু হাঁ, হয় না কিবা এষাৰো ক'ব নোৱাৰা হ'লিনে ? থাক বহি, মই যাওঁ—

—যা বৌতি যা। মোক অকলশৰে অলপ বহিবলৈ দে। মোৰ ওপৰত তোৰ খং উঠিল নহয় বৌতি। তই যেনেকৈহে উচাত মাৰি গলি, মই তোৰ খং উঠাটো বুজি পাই গলো। বৰ্ডৰ চাকৰিটোৰ খবৰ ল'বলৈ যাম বুলিয়ে অথনি গৈছিলো, বৰ্ডলৈ গৈছিলো বুজিছ বৌতি। মইতো তোক কৈছিলোৱেই ইণ্টাৰভিউ মোৰ ভাল হৈছিল, টাইপ মাৰিবলৈ যে দিছিল, মই তাতো ভাল কৰিছিলো, সোধা কথা এটাতো পেলাব নোৱাৰিলে। বৰ্ডত আকৌ বাহিৰা মানুহ হিচাবে আমাৰ আগৰ প্ৰিন্সিপাল আছিল। পিছত চাৰক লগ কৰোতে চাৰে মোৰ পিঠিত থপৰিয়াই কৈছিল, তুমি ভাল কৰিছা। চাকৰি পাবা, লিষ্টত তুমি এক নম্বৰত।" কিন্তু পিছত ঘুনুক ধানাককৈ শুনিলো কিবা অলপ খেলিমেলি হৈছে। কালি ঘটিকাৰ ঘৰৰ পৰা আহিয়েই শুনিলো বোলে চাকৰিটো জগতে পালে। এৰা, তোৰ সেই ভাবী বোৱাৰী নৰ্নীৰ ককায়েক জগতে। মই বেয়া পোৱা নাই। কিন্তু খেলি-মেলিটোনো কেনেকৈ হ'ল জানিবলৈ মন গ'ল। আজি উৰহি গছৰ ওৰ বিচাৰিয়েই বাস্তিপুৰাতে ওলাই গলো। জগতৰ ওচৰলৈকে যাম বুলি গৈছিলো। বাটতে শুনিলো সি ঘৰৰ পৰা চাইকেল লৈ কোনোবা ফালে ওলাই গৈছে। মনে মনে দুখ পাইছিলো—এই বুলিহে যে জগতেও মোক সি চাকৰিটো পোৱাৰ কথা নজনালে। এনেকুৱা এটা হ'ব পাৰে বুলি তইঁতে বিশ্বাস কৰিবি নে ? চাকৰিত জইন কৰি আহিও মোক জনাব পাৰিলিহেঁতেন, দুখ মোৰ তাতহে আছিল বুজিছ বৌতি। দহবজাত কণবাপৰ চাইকেলখন লৈ একেবাৰে তাৰ অফিচ পালোগৈ উৰহি গছৰ ওৰ ওলাল। সেই অফিচতে চাকৰি কৰা জয়েশ্বৰৰ ল'ৰাৰ পৰাই, শ্ৰীধৰ যে, সেই শ্ৰীধৰৰ পৰা, শ্ৰীধৰৰ যোগেদিয়েই জেনো জগতে চাকৰিটোৰ বাবে ওপৰৱালালৈ দহ হেজাৰ

টকা দিলে। বুজিটো শ্ৰীধৰেই দিলে। ৰৰহোলাৰ পাঁচপুৰা মাটিকে বেচি দিলে। কথা শুনি মোৰ মূৰটো কিবা ঘূৰি গ'ল। শ্ৰীধৰকেই আগত পাই ধৰিলো নেলুটোত। সেইটো অতপৰে মৰিছে যদিও নাজানো। অফিচলৈ তেতিয়া সকলো মানুহ আহি পোৱাহিয়েই নাছিল। মই শ্ৰীধৰকহে প্ৰথমে পাইছিলো। এনেয়েতো তাৰ লগত মোৰ মাতবোল নাছিলেই, সিহে মোক আগতে মাতিলে, "বাপু, জগতৰ চাকৰি হৈ গ'ল। পিছে পষ্ট ছুটা, তুমিও সিটো পাব পাৰা। জগতৰ নিচিনা কৰিব লাগিব।" মই বোলো, "জগতে, কি কৰিলে?" হাঁহি এটা মাৰি শ্ৰীধৰে সকলো কৈ দিলে। বুজিছ বৌতি, অ', তই গলিগৈয়ে। জগতকো মই ডিঙি চেপি মাৰিম। সি ইমান তললৈ নামিল কিয়? তোৰ মাটি অকণমান আছিল, বেচিলি, মই কি বেচিম? মোৰ নিচিনাবোৰৰ বাবে বাট বন্ধ কৰিলি কিয়?

বৌতি, যেনিয়েই চাইছো নীতি নিয়মৰ মূৰ খোৱাহে দেখিছো, জুৱা-চুৰি, দিন ডকাইতৰ টিঘিল ঘিলনি দেখিছো। খং আৰু কিমান পুহি ৰাখিম কচোন? মই সাধু-সন্ত নহয় অ' বৌতি, এসাজ খাবলৈ বিচৰা মানুহ, থাকিবলৈ ঘৰ বিচৰা মানুহ, বিয়া-বাৰু কৰাই সংসাৰ পাতিবলৈ মন যোৱা মানুহ।

বৌতি তোক মই কবলৈ একো কথাকে বিচাৰি পোৱা নাই। শ্ৰীধৰক নেলুটিপি বগৰাই থৈ কোবাকুবিকৈ চাইকেল মাৰি ঘৰলৈ বুলি ঘূৰি আহোঁতেই বাটতে পাই গ'লো জগতক। মই তেতিয়া মই হৈ থকাই নাছিলো, তাক ৰখাই লৈ সি কিবা এটা বুজাৰ আগতে এনে এটা গতামাৰি আলিৰ কাষৰ প্ৰকাণ্ড নলাটোত তাক পেলাই দিলো যে কোনোবাই তুলি নানিলে তাত সি জীয়াই থকাই টান হ'ব।

অ' বৌতি, মোৰ বৰ ভোক লাগিছে অ', পিয়াহো লাগিছে। কিন্তু খাবলৈকো মন যোৱা নাই। কিবা উগুল থুগুল মানে কি যে লাগিছে ধৰিব পৰা নাই। এতিয়া 'কিজানি পুলিচো আহিব পাৰে, মোক ধৰিও নিব পাৰে। শ্ৰীধৰো মৰিব পাৰে, জগতো মৰিব পাৰে,

হয়তো নমৰিবও পাৰে—কিন্তু কেয়াকৈ ঘৃণীয়া হ'ব যে খাটাং। "এটেম্প টু মাৰ্ডাৰ" বোলা আইন আছে। সেই আইনে খেদিব পাৰে। 'এটেম্প টু মাৰ্ডাৰ'। আচলতে 'এটেম্প টু মাৰ্ডাৰ' বা হত্যাৰ প্ৰচেষ্টা কোনে চলাইছে অ'। মই এটা শ্ৰীধৰ বা এটা জগতক····কিন্তু সেই সকলে ? যি সকল লীডাৰ, বৰ মানুহ, বৰ চাহাব, হাকিম·········

বৌতি, তই মোক এৰি থাকিব পাৰিবিনে? ননীক বৌৱাৰী হিচাবে পোৱাৰ আশা এৰিব পাৰিবিনে? পুলিচ মোৰ ওচৰলৈ আহিবই, শ্ৰীধৰ জগত মৰিলেও আহিব, জীয়াই থাকিলেও আহিব। তাৰ পিছত····গাত যেতিয়া বোকাৰ চিতিকনি পৰিলেই, বোকা লাগক দে।

# চোৰটো

অমিতাভ বচ্চনক লৈয়েই য'ত গোলমাল। কোন মুহূৰ্ত্তত অমিতাভে আহি একালৰ পৰা লণ্ড ভণ্ড কৰি যায়হি তাৰ একো ঠিক নাইকিয়া হ'ল। মাত্ৰ তিনিদিনৰ আগতে অনা নতুন টি চেটটোৰে ছটা কাপ টুকুৰা টুকুৰ হ'ল, ড্ৰেছিং মিৰ'ৰ খন চিৰাল ফটা দি ফাটিল। অকল অমিতাভৰে এই উৎপাত, কোন দিনাখন জয়া আহি সোমায়হি তাৰো নিশ্চয়তা নাই। তেতিয়া যে কি এটা হ'ব পাৰে সেই কথা অনুৰাধাক এদিন চিন্তা কৰি চাবলৈ কোৱাত অনুৰাধাই মোকেই ওলোটাই এজাউৰি দিলে। সুদীৰ্ঘ বক্তৃতাটোত প্ৰতিপন্ন কৰিবলৈ বিচাৰিলে যে মই এজন অকামিলা গৃহস্থ এজন দায়িত্বহীন পিতৃ আৰু পত্নীৰ দুখ বেজাৰ বুজি নোপোৱা স্বামী। চুপ হৈ থকাৰ বাহিৰে মোৰ উপায়ো নাছিল কাৰণ তেওঁক কিবা কোৱা হ'লে ক'ব লগা হ'লহেঁতেন যে অমিতাভ বচ্চনক তেৱেঁই ঘৰ আনি সুমুৱালেহি। যিখন ছবিতেই অমিতাভ সেইখন ছবি যি কোনো উপায়েৰে হ'লেও তেওঁ চাবই চাব। আলোচনী বুলিলেও ফিল্ম জাতীয় আলোচনী। ইয়াৰ পিছত দহ বছৰীয়া বিংকুক অমিতাভ বচ্চন হোৱাৰ পৰা বাধা দিও কেনেকৈ? মেজৰ ওপৰৰ পৰা সি অমিতাভ বচ্চন হৈ তললৈ জপিয়াব, বনকৰা ল'ৰা ৰামকান্তৰ পিঠিত জাপ মাৰি উঠিবগৈ। ফলত ৰামকান্তও হামখুৰি খায় তুবাৰমান পৰিছে, কঁপালত ঘা লাগিছে, নাকেদি তেজ ওলাইছে। এক কথাত অমিতাভক আঁতৰাব নোৱাৰালৈকে বিংকুক যে মই শাসন কৰিব নোৱাৰিম সেই বিষয়েও নিশ্চিন্ত হৈ পৰিছো। কিন্তু অনুৰাধাক মই এই কথা বুজাব পৰা নাই যে অমিতাভৰ প্ৰবেশ, এই ঘৰত, সীমিত কৰিব নোৱাৰিলে মোৰ আৰু ভালেখিনি ক্ষতি হোৱাৰ সম্ভাৱনা আছে।

আৰু অৱশেষত সেইটোৱেই হ'লগৈ। অমিতাভ বচ্চনৰ বাহু যুদ্ধ মুষ্টি যুদ্ধৰ অনুকৰণত মেজৰ ওপৰত থিয় হৈ ৰামকান্তৰ পিঠিত

জপিয়াই পৰাৰ প্ৰচেষ্টাৰ পৰিণতি স্বৰূপে আগ দাঁত দুটা লি, বিংকুৰে, হেংকৰালে, সৌ হাতখনত দুখ পালে, লবাৰ মোৰাবাত পৰিল। আনন্দ হ'ল অনুৰাধাৰ চিঞৰ বাখৰ, তৎক্ষণাত ডাক্তৰ আনিব লাগে ডাঃ বৰালৈ ফোন কৰিব লাগে, দহ বছৰীয়া ল'ৰাটোক লগে লগে চিকিৎসা নকৰালে ডাঙৰ হ'লে শৰীৰত ঘূণ থাকি যাব পাৰে। অনুৰাধা ভীষণ নাৰ্ভাচ। স্বাভাবিক কথা পি, ডব্লিউ, ডিৰ চীফ ইঞ্জিনীয়াৰ প্ৰণৱ বৰুৱাৰ বৰ ছোৱালী অনুৰাধা। জীৱনক তেওঁ সকবে পৰাই আন সহস্ৰ জনৰ দৰে পাই অহা নাই। দুজন 'ফেমিলি ফিজিচিয়ান' সদায় আছে। সেই সূত্ৰেই ডাঃ বৰাও আমাৰ পৰিয়ালৰ 'ফেমিলি ফিজিচিয়ান।' উজুটিত নখ চিগা, 'পানী লগা পানী লগা ভাব অহা'ৰ পৰা আৰম্ভ কৰি সকলো স্বাস্থ্যজনিত বিজুতিত ডাঃ বৰা আহি উপস্থিত হয়হি। কেৱল ফোন কৰিব লাগে। ডাঃ বৰালৈ ফোন কৰা হ'ল। অনুৰাধাই নিজেই কৰিলে, "সাংঘাতিক আংকল ?" আংকল ডাঃ বৰাই হেনো ক'লে, "ইমিডিয়েট হস্পিটেললৈ আনা, দেখি নকৰিবা। এক্সৰে ল'ব লাগিব। ডাঙৰ কথা হৈছে যে এক্সৰে প্লেট পঠাবলৈ নাই। স্টকত মাত্ৰ এখন হে আছে। এক্সৰে ল'ব লগা মানুহে ভীৰ কৰি আছেহি। কাম চাৰ্প।" 'আংকল' ডাঃ বৰাৰ কথাখিনি অনুৰাধাই দুবহু কৈ গ'ল আৰু তৎক্ষণাত গাড়ীখন উলিয়াবলৈ ক'লে। মই অনুৰাধাৰ দৰে সততে নাৰ্ভাচ নহওঁ আছিলো গাৱঁৰ ল'ৰা। ভদ্ৰ পেহাৰ কুঁহিয়াৰনীত সোমাই কুঁহিয়াৰ ভাঙোতে কেইবাবাৰো ধৰা পৰাৰ পৰা সাৰিছো। কুঁহিয়াৰ লৈ চপৰাণিৰে দৌৰোতে হামখুৰি খাই কেবাদিনো পৰিছো। আঠুৰ ছাল কেইবাবাৰো গৈছে। দেউতাৰ দহ নম্বৰী কোৰখনৰে ডবল কোৰ মাৰিবলৈ গৈ সৌ ভৰিৰ বুঢ়া আঙুলিত এনে ভাৱে চাৰটো পৰিছিল যে ফিচকাৰি মৰাদি তেজ মাৰিবলৈ ধৰিলে। পান ঠাৰি পুৰি চেন্তা তেলেৰেই সেই ঘাঁ শুকালে। বৰাৰ টেঙা লৈ বল খেলোতে বজাৰ লগত ভৰিয়ে ভৰিয়ে যুঁজ লাগিল, ওচৰত থকাবোৰে বোলে শব্দটোহে শুনিলে। ঘূৰি চাই

দেখে আমি দুয়োটা দুকালে চিত্তিকি পৰি আছো। কেইবাদিনো দুঁওতে উঠিব নোৱাৰিলো। কেঁচা হালধিয়েই ঔষধ। ওচৰে পাজৰে ডাক্তৰ থাকিলেহে। যজ্ঞই পিছে মোতকৈ বেছি দুখ পাইছিল। তাৰ বিষয়টো ভালেমান দিনলৈ থাকি গ'ল। আমাৰ দুটাক গাৱঁৰ মানুহে 'কৃষ্ণাৰ্জুন' বুলিছিল। প্ৰাইমেৰী স্কুলত দুয়োটাই একেখন বেঞ্চতেই বহো, একেলগে খেলো, একেলগে দুষ্টামী কৰো, একেলগে চাবৰ মাৰ খাওঁ। যজ্ঞই মাইনৰ স্কুলৰ পঞ্চম মানলৈকে পঢ়ি স্কুল এৰি দিলে। খেতি খোলা চাব লাগে। অকল দেউতাকেনো কিমান কৰিব। আমি স্কুললৈ গৈ থাকিলো। কিন্তু যজ্ঞক এৰি স্কুলতো মোৰ মন বহা নাছিল। স্কুলৰ পৰা আহি কিতাপ কেইটা থৈয়েই লৰালৰিকৈ কিবা এগাল পেটত পেলাই যজ্ঞৰ ওচৰলৈকে দৌৰ মাৰো। স্কুলৰ খা-খৰৰ খিনি সি মোৰ পৰা লয়। ঘৰৰ আৰ্থিক অৱস্থা তাৰ আগৰে পৰাই বেয়া। পিছলৈ আৰু বেয়া হ'ল। আধি মাটিত খেতি কৰি খাইছিল, তাকো নোপোৱা হ'ল। নিজৰ এহালিচামান খেতি মাটি আছিল সেইখিনিও বেচিব লগা হ'ল—যজ্ঞৰ দেউতাকৰ যক্ষা চিকিৎসাৰ বাবে। ডিব্ৰুগড়ত প্ৰায় চাৰিমাহেই থাকি ভালো হৈছিল, এবছৰমানৰ পিছত আকৌ হ'ল, সেইবাৰ আৰু মাটি বাৰী বেচিবলৈ নাই। তিনিমাহ মানৰ পিছত মৰিয়েই থাকিল। যজ্ঞৰ ওপৰতেই ঘৰখনৰ সকলো দায়িত্ব পৰিল। মেট্ৰিক পাছ কৰালৈকে যজ্ঞ মোৰ বন্ধু। কলেজত পঢ়িবলৈ টাউনলৈ আহোঁ। গাঁৱৰ ঘৰৰ পৰা ৰেল ষ্টেচনলৈ পাঁচ মাইল। কণদাইটিৰ গৰু গাড়ীখন যজ্ঞই মোৰ কাৰণে বন্দবস্ত কৰিলে। মোক ষ্টেচনত থৈ যাবলৈ। সিয়েই চলাব। ভাড়া দুটকা। যজ্ঞই সেই টকা দুটা মোক দিবলৈ নিদিলে। মোক প্ৰভু ঈশ্বৰৰ ঘৰলৈকো সিয়েই লৈ গ'ল। দুঅনা দি প্ৰভু ঈশ্বৰক সেৱা কৰিলো। সেই দুঅনা সি মোকেই দিবলৈ ক'লে। প্ৰভু ঈশ্বৰৰ আশীৰ্বাদ ললো। কলেজলৈ আহি সহজে মই যজ্ঞক পাহৰি যাব পৰা নাছিলো। গাঁৱৰ জাক ল'ৰা এৰি আহিছো, কিন্তু যজ্ঞৰ মুখ খনেইহে

মোক বাবে বাবে আমনি কৰি থাকে। কেলেণ্ডাৰৰ পাত এখন এখনকৈ কালি থাকিলো। নগৰীয়া জীৱন নগৰীয়া সংগই যন্ত্ৰৰ মুখ ক্ৰমাৎ ম্লান কৰি আনিলে। বহুত ঘৰলৈ যাওঁ। ৰবকৈ ঘুৰিবলৈ সময় নাপাওঁ। পঢ়া শুনা কৰিব লাগে বহুত। যন্ত্ৰ প্ৰায়ে সন্ধিয়া মোৰ ওচৰলৈ আহে। দুখ-সুখৰ কাহিনী কয়। মই লক্ষ্য কৰিব পৰা হ'লোগৈ যে যন্ত্ৰই ক্ৰমাৎ মোৰ ওচৰত আগৰ দৰে মুকলি হৈ থাকিব পৰা নাই।

লাহে লাহে মই গাৱঁৰ পৰা আঁতৰি আহিলো। এচিচ্‌টেণ্ট কনজাৰভেটাৰ অব ফৰেষ্টৰ চাকৰি ললো। বিয়া কৰালো অনুৰাধাক, সম্পৰ্ক গঢ়ি উঠিল অভিজাত পৰিয়ালৰ লগত। গাৱঁৰ ঘৰত ককাই-দেউ আৰু ভাই দুটা থাকিল। সিহঁত সকলোৱেই বিয়া বাৰু কৰায় ঘৰ সংসাৰ পাতিলে। গাৱঁৰ সা-সম্পত্তিৰ কোনো ভাগ নালাগে বুলি মই ককাইদেউলৈ লিখি দিলো। দুই-তিনি বছৰৰ মূৰত ঘৰলৈ গ'লেও মই দুই এঘণ্টা মানৰ বাবেহে যাওঁ। চাৰি ঠাই মানত চাকৰি কৰাৰ পিছত এতিয়া আহি পালোহি এই সৰু চহৰখন। নিচেই সৰু চহৰ। কলেজ হোৱাৰ চাৰি-পাঁচ বছৰ মানহে হৈছে। হলেও এই চহৰখন পূৰ্ণাংগ চহৰ কৰি তোলাৰ দায়িত্বও যেন মোৰ ওপৰত পৰিল। এই চহৰৰ পৰা আমাৰ গাৱঁলৈ মাত্ৰ দহ কিলোমিটাৰ। অৰ্থাৎ আমাৰ গাৱঁৰ ওচৰৰ এইখনেই একমাত্ৰ চহৰ। টাউন কমিটি এটাও হৈছে। আমাৰ ডিপাৰ্টমেণ্টৰ অফিচ আৰু ঘৰ কিছুমান হৈছে। এনে সৰু 'টাউনত' থকাৰ অভ্যাস অনুৰাধাৰ আগতে নাছিল যদিও বিয়াৰ পিছৰে পৰা মোৰ লগত এনেকুৱা 'টাউনতেই' থাকিব লগীয়া হোৱাৰ বাবে অভ্যাস এটা হৈছেগৈ। ইয়াৰ আশে পাশে ভালে কেইখন চাহ বাগিচাও। ঠাইখিনি ভাল, মানুহখিনিও ভাল। আমি যথেষ্ট সন্মান এইখিনি মানুহৰ পৰা পাওঁ। জনসংখ্যা যথেষ্ট হোৱাৰ বাবেই দুখনকৈ হাইস্কুল আৰু এখন কলেজ চলি আছে। মই আগবাঢ়িলো ইংৰাজী মাধ্যমৰ এখন মণ্টেচৰী স্কুল পাতিবলৈ। হৈ গ'ল। ৰিংকুৰ বাবেই মণ্টেচৰীৰ প্ৰয়োজন ইয়াত আছিল। ভালে কেইজনে মোক উৎসাহ

যোগালে। মই উৎসাহিত হ'লো, মোৰ দ্বিতীয় আকাংক্ষা আছিল অন্ততঃ কুৰিখন 'বেডেৰে' এটি হস্পিটেল খোলাৰ। যজ্ঞৰ দেউতাক ঢুকুৱাৰ পিছৰে পৰা মোৰ ল'ৰা মনতেই এই ভাৱ সোমাইছিল যে যথাৰ্থ চিকিৎসাৰ অভাৱতেই যজ্ঞই তাৰ দেউতাকক অকালতে হেৰুৱাব লগা হ'ল, যজ্ঞই সমগ্ৰ জীৱন অথলে গ'ল। অকালতে সি বুঢ়াই হ'ব লগা হ'ল। যজ্ঞই বিয়াও কৰালে মোতকৈ প্ৰায় আঠ বছৰৰ আগতেই। ঘৰ দাবলৈকে মানুহ এজনী লাগে বোলে! পিছে দ্বিতীয় সন্তান এটিৰ জন্ম দিবলৈ গৈয়েই ঘৈণীয়েক জনীও মৰি থাকিব। ব্লকৰ ডাক্তৰ-নাৰ্চ আছিল, কিন্তু প্ৰয়োজনীয় যন্ত্ৰপাতি নাথাকিলে ডাক্তৰ-নাৰ্চেই বা কৰিব কি! ইয়াৰ পিছত যজ্ঞই কিন্তু আৰু বিয়া নকৰালে। গাৱঁৰ বাইজেও জোৰ দি ধৰিছিল, বহুতে ছোৱালীও যাচিছিল, প্ৰথম কেঁচুৱাটোৰ তিনিবছৰতে মাক ঢুকাই অনাথ হ'ল তাক চোৱা চিন্তা কৰিবলৈকে মানুহ এজনী আনিবলৈ বহুতে বুজাইছিল। সি পিছে সেইবোৰ উপদেশ নামানিলে। সি বোলে, "মই মৰা হ'লে তাই বাঁৰী ভাত খাই জীৱন কটাব লাগিলেহেঁতেন, এতিয়া তাই মৰিল, ময়ো বৰলা ভাত খাই কটাব পাৰিম।" ইত্যাদি কথাই সৰু হলেও প্ৰায় সকলো সুবিধা থকা হস্পিটেল এখনৰ প্ৰয়োজনটোৱে মোক বাৰে বাৰে খুন্দিয়াই আছিল। আধুনিক বিজ্ঞানে মানুহক অসময়ত মৰিবলৈ নিদিয়াৰ ভালেমান সুবিধা দিছে। কিন্তু গাৱঁৰ সাধাৰণ মানুহে, যজ্ঞহঁতৰ দৰে মানুহে এইবোৰ সুবিধা পাইছেনে? মই এখন হস্পিটেলৰ প্ৰস্তাৱো উত্থাপন কৰিলো আৰু এক অভাৱনীয় উৎসাহেৰে মোৰ পৰিকল্পনা কাৰ্য্যকৰী কৰিবলৈ সকলোৱে আগবাঢ়ি আহিল। মোৰ কিছুমান সুবিধাও আছে। এনে কিছুমান ডাঙৰ ব্যৱসায়ী আৰু ঠিকাদাৰ মোৰ হাতৰ মুঠিত আছে যি ইচ্ছা কৰিলেই চল্লিছ পঞ্চাছ হাজাৰ টকা দান দিব পাৰে। দুজনমান ঠিকাদাৰে নিজেই এনে এটি প্ৰতিষ্ঠান গঢ়ি তোলাতকৈ সামূহিক দান-বৰঙণিৰে হস্পিটেলটো গঢ়ি তোলাৰ প্ৰয়োজন বুজি যেতিয়া মই মোৰ মত প্ৰকাশ কৰিলো সকলোৱেই ভাল পালে।

মোৰ চিনাকি, বন্ধু স্থানীয় ব্যৱসায়ী ঠিকাদাৰ কেইজনৰ পৰাই প্ৰায় ডেৰলাখ টকাৰ বৰঙণি পোৱাৰ প্ৰতিশ্ৰুতি পালো। হস্পিটেলখন হৈ উঠিল। অনুৰাধাৰ উপদেশ মতেই তেওঁলোকৰ অনাত্মস 'ফেমিলি ফিজিচিয়ান' ডাঃ বৰাক মাতি আনি হস্পিটেলখনৰ সম্পূৰ্ণ দায়িত্ব দিয়া হ'ল। চৰকাৰী অনুদানো আহিল। হস্পিটেল হ'ল, ষ্টাফ কোৱাৰ্টাৰ হ'ল, বেড আহিল, দৰৱপাতি আহিল, এক্সৰে মেচিন আহিল। ডাঃ বৰাই দেহে কেহে খাটিলে। এই সৰু ঠাইখনত মোৰ এক বিশেষ স্থান হ'ল। মই স্কুল-হস্পিটেলৰ কমিটিৰ চেয়াৰমেন।

—অকণমান লৰালৰি কৰা আক'। ল'ৰাটোৰ এনেকুৱা এটা ঘটনা হৈছে অথচ বাপেকৰ গা লৰা নাই।—অনুৰাধাই আক্ষেপ কৰিলে।

অনুৰাধাৰ দৰে মই সামান্য কথাতে বিচলিত নহওঁ। মই জানো বিংকুৰ হাত ভৰি একো ভগা নাই, অকণমান দুখ পাইছে, ভাল হ'ব।

—তুমি ইমান অধৈৰ্য্য হৈছা কিয় ?—অনুৰাধাক মই ক'লো।

—আংকোলে ইমিডিয়েট মাতিছে। ল'ৰাটোৰ মুখখনলৈ চোৱাচোন। হাতখন যদি তাৰ কিবা এটা হ'বলৈ হয় কি হ'ব কোৱাচোন ?

অমিতাভ বচ্চন যদি এই সুযোগতে আঁতৰি যায় মই ভাল পাম।

—তোমাৰ খালি সেই একেদাল কথা। তুমি ইমান নিষ্ঠুৰ কেনেকৈ হ'ব পাৰিছা। নিজৰ ল'ৰাটোৱে কষ্টত কন্দা কটা কৰি আছে অথচ তুমি বাপেকটোৱে ধেমালি কৰি আছা। বলানা, সোনকালে ওলোৱা।

এনেতে আক' ফোনটো বাজি উঠিল। অনুৰাধাই ধৰিলেগৈ। বিংকু বিচনাত। ডাঃ বৰাই অলপ দেখিকৈ যাবলৈ কৈছে। কেইটামান ডাঙৰ কেছ আহিছে। বহুতৰে এক্সৰে ল'ব লাগে। কিন্তু প্লেট নাই। গতিকে সেই মানুহখিনিক বৰাই বুজাই পঠিয়াই ল'ব খুজিছে। ডাঃ বৰাই অনুৰাধাক ইয়াকো ক'লে যে বিংকুৰ কাৰণে চিন্তা নাই, তেওঁ যিখিনি বুজিছে তাৰ হাত-ভৰি একো ভগা নাই।

—কিন্তু আংকোল, এক্সৰে ল'ব লাগিব। নহ'লে ক'ৰবাত কিবা ডিফেক্ট থাকি যাব পাৰে।—অনুৰাধাই ফোনত ক'লে। আক সম্ভৱ

ডাক্তৰ বৰাৰ পৰা উত্তৰ আহিল, "এক্সৰেটো লমেই। প্লেট যি এখন আছে থৈছোৱেই এক্সৰে নললে ময়ো 'কনফাৰ্ম' হ'ব নোৱাৰিম।"

ইতিমধ্যে বিশেষ কামত মই ওলাই যাব লগা হ'ল। গাড়ীখন থৈ গ'লো। বিংকুক অনুৰাধাই লৈ যাব। মই মিঃ চহৰীয়াৰ গাড়ী খনকে মোৰ বাবে পঠিয়াই দিবলৈ ক'লো। চহৰীয়া বৰ ভাল মানুহ। কাঠৰ মিল এটা আছে; নাহৰকটীয়াত আৰু এটা খোলাৰ যা যোগাৰ কৰিছে। মোকেই ফ্ৰেণ্ড, ফিল'চফাৰ, গাইড হিচাবে লৈছে। গতিকে গাড়ীখন যেতিয়াই মই বিচাৰো তেতিয়াই পাওঁ।

ঘূৰি আহি ঘৰ সোমাওতে সন্ধ্যা লাগি ভাগিল। ঘৰত আহি গম পালোহি বিংকুৰ এক্সৰে কৰা হ'ল। এক্সৰেৰ ৰিজাল্টটো অলপ পিছতে দিব। মোক ডাঃ বৰাই মাতিছে। নিশা আঠ মানেই বাজিল। মই গৈ ডাঃ বৰাৰ ওচৰ পালোগৈ। ডাঃ বৰাই মোক দেখিয়েই হাঁহি মাৰি ক'লে—"মিছাকৈয়ে ভয় খালা। একো হোৱা নাই। মস্কিল কি জানা এক্সৰে প্লেটৰ বাবে ভীষণ হাহাকাৰ। এই এখন প্লেট মই মানে ইমাৰ্জেঞ্চীত লাগে বুলি ভাগ্যে আজি প্ৰায় দহ দিন সাঁচি থৈছিলো।

—এক্সৰে প্লেট পোৱাৰ উপায়?

—তোমালোকেহে যদি কিবা পাৰা কৰিবা। সোণাই গাঁৱৰ কেছ এটা আহিছিল বুজিছা আজি প্ৰায় দহ দিনৰ আগতে, চৈধ্য পোন্ধৰ বছৰীয়া ল'ৰা। 'চাচপেকুটেড টিউবাৰ্কুলচিচ'। সেইদিনাও মোৰ হাতত প্লেট নাই, মাত্ৰ এখন মই ইমাৰ্জেঞ্চীৰ বাবে ৰাখি থৈছো। ভাবিছিলো এসপ্তাহমানৰ ভিতৰতে পাম। গতিকে কালি, আই মিন ইয়েচ্‌টাৰডে' তাক মাতিছিলো। ৰোগীক ৰাখি থলো। আজিয়েই এক্সৰেটো লৈ লম বুলি ভাবিছিলো, তেনেতে অনুৰাধাৰ ফোন পালো। একমাত্ৰ প্লেটখন ৰাখি দিলো।

ডঃ বৰাই সন্তোষৰ হাঁহি এটা মাৰি মোৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰিলে। মই কৃতজ্ঞতা প্ৰকাশ কৰিলো।

—কিন্তু এটা কথা বুজিছা, ডাক্তৰ বৰাই কৈ গ'ল, পেচেন্টটোৰ, মানে সেই পোড়ৰ বহুবীয়া ল'ৰাটোৰ কথা কৈছো—অৱস্থা বেয়া। ইয়ালৈ অহাৰ ভালেমান আগতেই ডিটৰিয়েট কৰিছে। ডায়গ'নাইজ হোৱা নাই। এই দহ দিনত দেখিলো সি আৰু ডিট'ৰিয়েট কৰিলে। ইয়াত ৰখাটোও ভাল হোৱা নাই। এক্সৰে খন কৰি কনফাৰ্ম হৈ ল'ব পৰা হ'লে ভাল আছিল। কিন্তু প্লেট বা আৰু কিমান দিনৰ মূৰত পোৱা যাব ?

ডাঃ বৰা যে ৰোগীক লৈ চিন্তিত হৈ পৰিছে সেই কথা তেওঁৰ চকুৱে মুখে ফুটি উঠিল। দেখি মোৰ ভাল লাগিল। দুৰ্গত জনক, গাওঁৰ অভাৱী মানুহখিনিক বীনা পইচাৰে চিকিৎসা সেৱা দিয়াৰ উদ্দেশ্যৰেই আমাৰ এই চিকিৎসালয়। ওচৰত কোনো হস্পিটেল নাই, ভাল ডাক্তৰ নাই ; দূৰলৈ ৰোগীক নিব পৰাৰ গোত্ৰ আমাৰ এই ওচৰৰ গাৱঁৰ মানুহখিনিৰ নাই। ডাঃ বৰা যে এজন সেৱাৰ আদৰ্শ উদ্বুদ্ধ ডাক্তৰ এই কথা ভাবি ভাল লাগিল।

ডাঃ বৰাই মোক ৰিংকুৰ এক্সৰেৰ ৰিজাল্টটো দিলে। প্লেটখন পিছত নিবলৈ ক'লে, মইনো সেইখন চাই কি কৰিম ?

—ৰিংকুৰ হাতখনৰ বাবে চিন্তা কৰিবলৈ একো নাই নহয় নে আংকোল ?

—মুঠেই নাই। ৰাতিপুৱালৈকে সি ভাল পাই যাব। সামান্য, নিতান্ত সামান্য আঘাত।

গাড়ীৰ ওচৰলৈকে ডাঃ বৰা আগবাঢ়ি আহিল মোক আগবঢ়াই দিবলৈ। বাৰাণ্ডাৰ পৰা নামিয়েই গাড়িৰ আৰত দেখিলো এটা মানুহ। ডাঃ বৰাই মাত লগালে কোন ?

—মইহে দেউতা।

—তুমি মানে......অ' তুমি ! কি হ'ল ?

তাৰ মানে ডাঃ বৰাৰ চিনাকি মানুহ। কিন্তু এয়া....এয়া যে যজ্ঞ ! মই সহজে চিঞৰিয়েই দিলো—যজ্ঞ !

যজ্ঞই মোৰ মুখলৈ চালে। মুখখন যেন বৰ কৰকাল হৈ গ'ল।

—তুমি ইয়াত যে যজ্ঞ।

—ডাক্তৰ দেউতাকে সোধা। মোৰ আৰু আগলৈকো নাই, পিচলৈকো নাই; যজ্ঞৰ চকুহাল সম্ভৱ সেমেকিল।

—কি হৈছে আংকোল?

—ডেট পেচেণ্ট। মই যে তোমাক কৈছিলো। ইমিডিয়েট ডাইগনিচিচ কৰি ট্ৰিটমেণ্ট কৰিলে ভাল হ'ব! কিন্তু এক্সৰে প্লেটৰ বাবে বৈ থাকিব লগা হৈছে।

—ল'ৰাটোৰ গাত এতিয়াও জ্বৰ আছে। ছাতিফুটি খন কৰি আছে। সেয়েহে মই নিজেই দেউতাৰ ওচৰলৈ আহিলো।

—তোমাৰ ল'ৰাৰ অসুখ, মোক খবৰ দিয়া নাছিলা কিয়? মই ইয়াত থাকো বুলি নাজানা নেকি?

—জানো। তোমাকে প্ৰথমে বিচাৰিম বুলি আহিছিলো। ল'ৰাটো দেখোন খন্তেকো চকুৰ পৰা আঁতৰাই থব নোৱাৰো। কালিৰে পৰা হস্পিটেলৰ বাৰাণ্ডাতে পৰি আছো। তোমাক বিচাৰি যাবলৈ সময়কে উলিয়াব পৰা নাই।

—আংকোল, ডাঃ বৰাক মই ক'লো,—এওঁ মোৰ বন্ধু। সৰু কালৰ বন্ধু। এওঁৰ ল'ৰাৰ অসুখ। এক্সৰে প্লেটখন এওঁৰ ল'ৰাৰ বাবেও বৰ দৰকাৰী আছিল আংকোল। কিন্তু ইমাৰ্জেন্সী ষ্টকৰ প্ৰিফাৰেন্স ময়েই পালো।

ডাঃ বৰাই সম্ভৱ মোৰ চকুলৈ চাইছিল।

# মকৰা

কালি অফিচৰ পৰা ঘূৰি অহাৰে পৰা বজত যে কিছু অন্যমনস্ক, কিছু উদ্বিগ্ন, কিছু চঞ্চল হৈ আছে এই কথা কমলাই ভালদৰেই লক্ষ্য কৰিলে। আজি গোটেই পুৱাটো চ'ৰাঘৰৰ এচুকতে বহি থাকিল। এটাৰ পাছত এটাকৈ চিগাৰেট জ্বলালে। আন কালৰ দৰে অফিচলৈ যাবৰ সময়ত খদমৃদমো নলগালে। বজতৰ এই অস্বাভাৱিক উদ্বিগ্নতা, অস্বাভাৱিক চঞ্চলতা আৰু অস্বাভাৱিক—অফিচলৈ যোৱা নিয়ম ব্যতিক্ৰমৰ কি কাৰণ থাকিব পাৰে কমলাই বুজি নাপালে। যোৱা দহবছৰ আগৰ যিটো দিনত কমলা বজতৰ ওচৰলৈ পত্নীৰূপে আহিছিল সেইদিন ধৰি দেখি আহিছে যে নিতান্ত পাৰিবাৰিক কিবা এটা ডাঙৰ অসুবিধা নহলে, স্বাস্থ্যজনিত কাৰণ নাথাকিলে—বজত ঠিক পুৱা ন বাজি পঞ্চলিশ মিনিটত অফিচলৈ যাবই, চাৰে সাত বজাত ব্ৰেকফাষ্ট কৰি চাৰে আঠ বজালৈকে অফিচৰ পৰা আগদিনা লৈ অহা ফাইলকেইটা মেলিবই, তাৰ পাচত ন বাজি দহ মিনিটলৈকে নিজে আগত থাকি কাঞ্চাৰ হতুৱাই গাড়ীখন চাকা কৰাবই। ইয়াৰ পাচতহে গা ধোৱা, ভাত খোৱা ইত্যাদি। দিনটোৰ আগবেলাৰ এই নিৰ্ধাৰিত কাৰ্য্যসূচী যেনেকৈ সহজে পৰিবৰ্ত্তন নহয়, সেইদৰে অফিচৰ পৰা অহাৰ পাচত চাহ খাই প্ৰায়ে কমলাক লৈ অকণমান 'এনেয়ে' ফুৰি অহা, অকণমান চখতে বজাৰ কৰা তাৰ পাচত কমলাক ঘৰত থৈ কমলাৰ অনুমতি সাপেক্ষে ক্লাবলৈ যোৱা আৰু ৰাতি চাৰে ন বজাৰ আগতে ক্লাবৰ পৰা ঘূৰি অহা—এই কেইটা কামো যোৱা চাৰি-পাঁচ বছৰৰ পৰা প্ৰায় নিয়মিত। আৰু সেই বাবেই এই নিয়মৰ সামান্য ব্যতিক্ৰমেও কমলাক অলপ চিন্তিত কৰি তোলে। কিন্তু কালি অফিচৰ পৰা ঘূৰি অহাৰ পিচৰে পৰা এই ব্যতিক্ৰম ইমান স্পষ্ট, ইমান তীব্ৰ যে কমলাও নিশ্চিন্ত হৈ থাকিব নোৱাৰিলে। সাধাৰণতে আঠ বজাৰ

পাচত, ফাইলবিলাক লৈ ব্যস্ত থকা অৱস্থাতে ৰজতে কফি একাপ খায় আৰু সেই কফি কাপ বাহুনি ল'বা কৃষ্ণই দৈ থৈ যায়হি। আজি ঠিক সিমান সময়তে কফি কাপ কমলাই নিজেই লৈ আহিল। টেবুলৰ ওপৰত থকা ফাইলকেইটা হাতেৰে নোচোৱাকৈ ৰজত আজি চ'ৰা ঘৰৰ চুকৰ চকী এখনত বহি চিগাৰেট খাই আছিল। কমলা ওচৰ চাপি গৈ খুব স্বাভাৱিক ভাৱেই সুধিলে—"তুমি কালিৰে পৰা কিবা এটা চিন্তা কৰি আছা যেন পাওঁ।" আধা পোৰা চিগাৰেটটো এচট্ৰেত সুমুৱাই দি ৰজতে লৰালৰিকৈ কমলাই অনা কফি কাপলৈ হাত মেলিলে। কিছু সময় কমলালৈ চালে তাৰ পাচত কফিৰ কাপটো ওঁঠৰ ওচৰলৈ নি শোহা নমৰাকৈ বৈ গল। কমলা ওচৰবে আন এখন চকীত বহিল। ৰজতে কোমল সুৰত সুধিলে,—"বিমান আহিছিলনেকি ?" কমলা এইবাৰ সচাকৈয়ে অবাক হ'ল। বিমান। কিন্তু বিমানৰ খবৰ যে তেওঁ কাহানিও লোৱা নাছিল। কেতিয়াবা বিমানৰ নাম উচ্চাৰণ কৰিব লগা হলে অসীম ক্ষোভ আৰু উত্তেজনাৰেহে সেই নামটো উচ্চাৰণ কৰিছিল। বিমানৰ নাম উচ্চাৰণ কৰিবৰ বেলিকা ৰজতৰ কণ্ঠত সামান্যতমো স্বাভাৱিকতা যোৱা তিনিবছৰ ধৰি কাহানিও নাছিল। সেই নাম উচ্চাৰণ কৰোতে তেওঁৰ মুখখন কিবা এটা ঘৃণা, কিবা এক অসহ্য উত্তেজনাত বিকৃত হৈ পৰিছিল। তেনেহলে ৰজতৰ আজি কি হ'ল ? ইমান আত্মীয়ভাৱে, ইমান স্বাভাৱিকভাৱে, ইমান স্নেহ-মিশ্ৰিতভাৱে ৰজতে বিমানৰ নাম কেনেকৈ লব পাৰিলে ? কালি অফিচৰ পৰা ঘুৰি অহাৰ পাচৰে পৰা ৰজত ফুকন নামৰ চৰকাৰী বিষয়াজনৰ ইমান পৰিবৰ্ত্তন কিয় হ'ল ? হয়, কমলাই যোৱা তিনিবছৰ ধৰি এইটোকে বিচাৰিছিল। বিমানক এই সুৰেৰে মাতিবলৈকে ৰজতক অনুনয়-বিনয় কৰিবলৈকো তাই বহুতবাৰ কাষ চাপি আহিও ভয়ত নোকোৱাকৈ আতৰি গৈছিল। ৰজতৰ বদ্ধমূল ধাৰণা—বিমান পাগল হ'ল, বিমান চৰিত্ৰহীন হ'ল, বিমান ৰাজদ্ৰোহী হ'ল, দেশদ্ৰোহী হ'ল—আৰু বহুত কিবাকিবি বেয়া হৈ

গ'ল, গতিকে সি তেওঁৰ ভায়েক হোৱাৰ উপযুক্ততা হেৰুৱালে। বিমান যে ৰজতৰ একমাত্র ভায়েক এই কথা মুকলিকৈ ক'ব পৰাৰ উৎসাহ নকৰা হ'ল। ৰজতৰ বিশ্বাস হ'ল বিমান নামৰ এই ল'ৰাটো, যি তেওঁৰেই মাকৰ গৰ্ভত তেওঁতকৈ আঠ বছৰৰ পিচত জন্ম গ্ৰহণ কৰিছিল, আজি তেওঁৰ প্রথম আৰু প্রধান শত্রু, তেওঁৰ উন্নতিৰ পথৰ নিষ্ঠুৰ অন্তৰায়। যি কোনো মুহূৰ্ত্তত ৰজতৰ প্ৰতি সি ভীষণ অন্যায় কৰি পেলাব পাৰে আৰু সেয়ে তেওঁ সিদ্ধান্ত কৰিছিল, "কালসাপ এটাক পুহি পুহি মই মোৰ ভূত-ভবিষ্যত শেষ কৰিব নোৱাৰো। ইয়াৰ বিষে বন্ধু আৰু কমীকো ছুবগৈ।" বন্ধু আৰু কমী তেওঁল্যেকৰ লৰা-ছোৱালীহাল বিমানৰ দ্বাৰা কেনেদৰে বিষাক্ত হ'ব পাৰে সেইকথা কমলাই তিনিবছৰ আগতেও বুজি পোৱা নাছিল আৰু আজিও বুজি পোৱা নাই।

কিছু সকৰে পৰা পোৱাৰ কাৰণেই হওক বা এটি দৃঢ় মন, প্ৰখৰ বুদ্ধি আৰু শিশুসুলভ আবদাৰী স্বভাৱৰ কাৰণেই হওক অথবা তেনে ধৰণৰ কোনো কাৰণ নথকাকৈয়ে হওক কমলাই তাইৰ একমাত্র দেওৰেক বিমানক প্ৰথমৰ পৰাই মৰম কৰি আহিছে, তাক মৰম কৰিব নলগা কোনো কাৰণেই তাই দেখাও নাই। কেতিয়াবা শাসন কৰিছে, সেই শাসন কোনো কোনো সময়ত মানি লৈছে, কোনো কোনো সময়ত মানি লোৱা নাই, বৌৱেকে যদি তাৰ বাবে আক্ষেপ কৰিছে তেনেহলে সি শাসন নমনাৰ যুক্তি-যুক্তিতা ইমান সুন্দৰভাৱে বৌৱেকৰ ওচৰত ব্যাখ্যা কৰি দিছে যে বৌৱেকৰ অভিমান খন্তেকতে আঁতৰি গৈছে। আৰু বৌৱেক হলেও কমলা বিমানৰ প্ৰায় সম বয়সীয়া হোৱাৰ কাৰণে কেতিয়াবা আজৰি সময়ত ভাল বেয়া বিভিন্ন ধৰণৰ গল্প কৰি তাক বন্ধুত্বৰ স্বাদ দিছে। ন ছোৱালী হৈ এইখন ঘৰত ভৰি দিবৰ দিনাই ৰজতেও তাকে কৈছিল, "বিমানে মাৰ মৰম নিচেই কম পালে জানা, মা ঢুকাওতে তাৰতো দুটৈ ডেৰবছৰ নে দুবছৰ, তাক অলপ মৰম কৰিবা।" মৃত্যুৰ মাথোন

এসপ্তাহ আগত শহুৰেকেও কৈছিল, "ন বোৱাৰী, বিমানৰ বাবে মই আৰু চিন্তা নকৰোঁ। তইঁত ককায়েক-বৌয়েকে তাক মানুহ কৰিব পাৰিবি।" স্বামী বা শহুৰেকে নোকোৱা হ'লেও কমলাই বিমানক অৱহেলা নকৰাকৈ নাথাকিল হেঁতেন। কমলা এইখন ঘৰৰ বোৱাৰী হৈ দহবছৰৰ আগতেহে আহিছিল যদিও এইখন ঘৰ আৰু কমলাৰ দেউতাকৰ ঘৰ দুখনৰ মাজত থকা সম্ভাৱ, মিলা প্ৰীতি কমলাহঁতৰ জেনেৰেচনটোৱে ক'ব নোৱাৰা দিনৰে পৰা আছিল। কাৰণ, কমলাৰ দেউতাক আৰু ৰজতৰ দেউতাক দুয়ো একেলগে স্বৰাজ আন্দোলনত ভলণ্টীয়াৰ হৈ পুলিচৰ মাৰ খাইছিল, যোৰহাট জেলত একেলগে আছিল আৰু বিয়া কৰাবলৈ যাওঁতেও পৰস্পৰে পৰস্পৰৰ দৰা ধৰা হৈ গৈছিল। সেই সম্পৰ্ক দীঘলীয়া কৰাৰ উদ্দেশ্যেৰেই ৰজত আৰু কমলা এইটো জীৱনৰ বাবে একত্ৰিত হ'বলৈ পালে। এই সূত্ৰেই কমলাই সৰুৰে পৰা ৰজতক যেনেকৈ দেখি আহিছিল বা ৰজতে কমলাক দেখি আহিছিল সেইদৰে কমলাই বিমানকো দেখি আহিছিল বা বিমানেও তাইক দেখি আহিছিল। কেৱল দেখি অহাই নহয়, ওচৰৰ পৰাই পাইছিল। যোৱা তিনিবছৰ বিমান এইখন ঘৰত নাই। ককায়েকে তাক খেদি দিছে। ওচৰৰে কোনোবা এটা মেচত সি আছেগৈ। বিমানক এই ঘৰৰ পৰা পঠিয়াই দিয়াৰ কথাটো কমলাই সহজভাৱে লব পৰা নাই। কি দোষ কৰিলে বিমানে? সি যি দেখে, যি বুজে তাকেই লুক-ঢাক নোহোৱাকৈ কৈ দিয়ে। সেই দিনাও সি ককায়েকক কৈছিল—

—দাদা তই দৰমহা কিমান পাৱ অ'?

ৰজতে আচৰিত হৈ বিমানলৈ চাইছিল। ই কি কয়। কোনো দিনে নোসোধা কথা এবাৰ সি কিয় সুধিলে।

—দৰমহা? দৰমহাৰ কথা তোক কেলৈ?

—নহয় সুধিছোঁহে। মই জনাত তই মোৰ সমান টকাহে পাৱ। গাড়ী ললি, নবৌৰ নামত, বন্ধুৰ নামত, কৰ্মীৰ নামত মাটি ললি, ভাৰা ঘৰ সজালি। এই কেইবছৰৰ ভিতৰতে তই.........

—আৰু তোকো পঢ়ালো।

—জানো, আৰু সেই কথা ভাবি ভাবিয়েই মোৰ তেজ গৰম হৈ আছে, মই বাৰু পাপৰ টকাৰে পঢ়িলোনেকি ?

—তোৰ মূৰৰ গোলমাল হোৱা নাইতো ?

—হৈছে সম্ভৱ আৰু এই গোলমালৰ কাৰণ তহঁতবোৰেই। কাৰণবিলাক আঁতৰাব পাৰিলে বেমাৰো ভাল হ'ব। দাদা,……

— তোৰ লগত কথা পতাৰ মোৰ এতিয়া সময় নাই।

—সময়ৰ মূল্য মোৰ বাবেও আছে। পিছে তোক মই কথা এষাৰ সুধিব খোজো, সোধো ?

—কি কথা ?

— আন দিনত নহ'লেও স্বাধীনতা দিৱসৰ দিনা অথবা গণতন্ত্র দিৱসৰ দিনা মিটিঙত যেতিয়া দেউতাহঁতৰ কথা ওলায়, মঞ্চত ছবি আঁৰি থোৱা দেখ, তোৰ কেনে লাগে ?

—তই কি সুধিব খুজিছ, মই বুজা নাই।

—আচলতে তই সকলো বুজিছ। ভাও ধৰ কিয় ? বাৰু মোৰ কেনেকুৱা লাগে জান ?

—মোৰ অফিচৰ সময় হ'ল।

—অফিচলৈ যোৱাৰ আগে আগে তোক কেইটামান মোৰ কথা শুনাবলগীয়া আছে, তোৰেই উপকাৰ হ'ব।

—মোৰ উপকাৰৰ কথা তই নাভাবিলেও হব। কথাষাৰ কৈয়েই বজত দপদপাই ওলাই গৈছিল। বিমানে সামান্যভাবে হাঁহি নবৌৱেকলৈ চালে। নবৌয়েকে একো নুবুজাৰ দৰে বিমানলৈ চালে।

—দাদাৰক কি ক'লা বিমান ?

—ক'তা একো কবলৈকে নাপালো দেখোন। কলেজ বন্ধ থাকিলে ঘৰত মোৰ মুখখন বৰকৈ খোল-খাইনেকি নবৌ ?

—লেকচাৰাৰৰ কামটো লেকচাৰ মৰাই।

—ঘৰতেই হওক বা কলেজতেই হওক নহয় জানো ?

—দাদাৰে কিন্তু খং কৰি গৈছে। মই বেয়া পাইছো।

—একাপ চাহ খুৱাবা বৌ ?

বিমানে আৰু এদিন আৰু এটা কাম কৰিলে। বজতক ঘৰলৈকে বিচাৰি অহা দুজন ঠিকাদাৰক সুধিলে—

—অফিচৰ কাম ঘৰত কৰাবলৈ আপোনালোক কিয় আহে ?

বিমানৰ কথা শুনি দুয়োজন মানুহ বিব্ৰত হৈছিল। তেওঁলোকে কিবা এটা কবলৈ বুলি মুখ দাঙিয়েই দেখিলে ইতিমধ্যে সি তাৰ পৰা ওলাই গ'ল। সোমাই আহিল কমলা। দুয়োজনে নমস্কাৰ কৰিলে আৰু এজনে খাম এটা উলিয়াই কমলাৰ হাতত দি ক'লে—চাহাবক দিব।

—কি বুলি ক'ম ?

—একো ক'ব নালাগে। দিলেই বুজি পাব। এই বুলি মানুহকেইজন উঠিব খোজোতেই পুনৰ বিমান সোমাই আহিল আৰু নবৌৱেকৰ হাতৰ পৰা খামটো প্ৰায় কাঢ়ি লৈ খুলি পেলালে। তাৰ পাচত অত্যন্ত বিষন্ন মনে খামটো এচৰৰ সৰু মেজখনত থৈ ওলাই গ'ল। মুখেৰে একো নামাতিলে। দুয়োজন মানুহে তাৰ মুখখনলৈ লক্ষ্য কৰিলে। লক্ষ্য কৰিলে কমলায়ো। তাইৰ ভয় লাগিল। বিমানক কাহানিও বেয়া পোৱা নাই যদিও কিছু দিনৰ পৰা বিমানলৈ কমলাৰ ভয় লাগিবলৈ আৰম্ভ কৰিছে। তাৰ খোৱা পিন্ধা, থকা-মেলা সকলোতে কিবা এটা পৰিবৰ্ত্তন আহিছে। ককায়েকৰ লগত কথাই কথাই তৰ্ক আৰম্ভ কৰিবলৈ ধৰিছে। নিৰ্জ্জু আৰু স্বল্পভাষী বিমানৰ আৰু এটা ডাঙৰ পৰিবৰ্ত্তন হৈছে—সি আজি কালি মাজে মাজে উত্তেজিত হবলৈ আৰু বেচি কথা কবলৈ ধৰিছে। কমলাৰ লগত অৱশ্যে পূৰ্বৰ ব্যৱহাৰৰ অকণো পৰিবৰ্ত্তন ঘটা নাই। আগৰ দৰে এতিয়াও সি নবৌৱেকৰ লগত তৰ্ক নকৰে, উত্তেজিত নহয়। কিন্তু ডাঙৰ কথা হৈছে—আজিকালি সি আগৰদৰে অভিমানো নকৰা হৈছে। কমলাৰ ওচৰত সি সততে অভিমান কৰিছিল, আজিকালি কাচিৎহে তেনে অভিমান কৰে।

সেইদিনা নিশা ৰজতে বিমানক সুধিলে—অথনি অহা মানুহ দুজনক কি কৈছিলি ?

—ক'তা একোকে ক'বলৈ নাপালো দেখোন।

—ইয়ালৈ অহা নহাৰ কথা কিবা কৈছিলি ?

—কৈছিলো হবপায়। সম্ভৱ ইয়ালৈ নাহিবলৈ বুলি কৈছিলো।

—কলেজৰ শিক্ষক যেতিয়া শিষ্টাচাৰ বোলা কথাষাৰ নিশিকালেও হ'ব বুলি ভাবিছিলো।

—তই মোক মিছাতে খং কৰিছ দাদা। তই নিজেই এবাৰ ভাবি চাচোন-শিষ্টাচাৰ বোলা কথাষাৰ তোৰ চৰিত্ৰৰ পৰা মচ খাই যাবৰ কিমান দিন হ'ল ?

ইয়াৰ পাচত ৰজতে ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে। ৰজতৰ উচ্চ-বাচ্য শুনি ভিতৰৰ পৰা ওলাই অহা কমলাই অনাহকত এটা ভেকাহি খাই আৰু' আতৰি গ'ল। ৰঞ্জু আৰু ৰুমীয়ে পঢ়াৰ টেবুলতে চেপেটা লাগিল। বান্ধনি লৰাটোৱে কুটা পাচলি খিনিকে আৰু' ডোখৰ ডোখৰ কৰাত লাগিল। তেনে এটা পৰিস্থিতি আৰু পৰিবেশতে ৰজতে কৈ দিলে, মই লক্ষ্য কৰিছো তই ৰাজনীতি কৰিছ। এই ঘৰত থাকিলে তই মোৰ কথা মানি চলিব লাগিব। যদি তাকে নকৰ মোৰ লগত তই নথকাই ভাল। কাল সাপ এটাক পুহি মই মোৰ ভুত-ভৱিষ্যৎ শেষ কৰিব নোৱাৰো। ইয়াৰ বিষে ৰঞ্জু আৰু ৰুমীকো ছুবগৈ।"

অত্যন্ত গম্ভীৰ স্বৰে বিমানে মাথোন ক'লে—এই কথাটো তোক মই বহুত দিনৰে পৰা কম কম বুলি ভাবিছিলো। ভালেই হ'ল দে, কথাষাৰ তোৰ মুখৰ পৰাই ওলাল। তোৰ পাপবোৰ দেখি দেখি বৰ অশান্তি পাইছো বুজিছ। পুলিচৰ মাৰত যে দেউতাৰ কপালত দাগ এটা বহিছিল—তই জান নহয়, অফিচলৈ যাবৰ সময়ত তই যদি সেই দাগটো মনত পেলাই যাব পাৰিলিহেঁতেন তেনেহলে মোক তই ওলাই যোৱাৰ কথা ক'ব নালাগিলহেঁতেন অথবা ময়ো তোৰ এই আদেশৰ

'প্ৰতিবাদ কৰিব পাৰিলোহেঁতেন। ভালেই হৈছে বুজিছ, মই পুৰাই বামগৈ।

গ'লগৈ। পিচ দিনা পুৱাই বিমান গুচি গ'লগৈ। বজতে অৱশ্যে এই দৃশ্য চাব লগা হ'ব পাৰে বুলি সি আগতেই কেনিবা ওলাই গৈছিল। কমলাই চকুপানী মচি বিমানৰ কাষত থিয় দিওতে বিমানে বৰ কষ্টেৰে হাঁহি হাঁহি কৈছিল, "তুমি যে মনে মনে মোক আৰু দাদাক বৰ বেয়া পাইছা মই জানো। কিন্তু কি হৈছে জানা, দাদাহঁতৰ শেষ অৱস্থাটো বৰ ভয় লগাকৈ ওচৰ চাপি আহিছে, মই অলপ সতৰ্ক কৰি দিব খুজিছিলো। হাজাৰ হওক তাৰে মোৰে তেজ একেটোপাই।"

এই বোৰ কি হৈছে বিমান?—কমলাই ভগা ভগা মাতেৰে সুধিলে।

তুমি এতিয়াও বৰ আঁকৰী হৈ আছা বৌ। সিদিনা ভাতত শিলগুটি এটা চোবাই তোমাৰ খং উঠিছিল মনত আছে? খঙতে ভাতগালত চেচা পানী এসোপা ঢালি ওলাই আহিছিলা। দাঁতৰ বিষটো তোমাৰ এতিয়াও আছে নহয়? সেইদিনা মোৰো বৰ খং উঠিছিল বেপাৰীবোৰৰ ওপৰত। এখন দোকানলৈ গৈ সেইদিনা অনাহকতে এটা বেপাৰীৰ লগত তৰ্ক কৰিলোগৈ। কিন্তু সি তাৰ ক্ৰয় বস্তু 'ৰিলিজ' কৰিবৰ কাৰণে দাদাহঁতৰ দৰে মানুহবোৰক সন্তুষ্ট কৰিবলৈ যিমানখিনি খৰচৰ হিচাব দেখুৱালে ওলোটাই মোৰেই ক'বৰ মন গৈছিল—শিলতকৈ গধুৰ বস্তু আৰু একো নাইনে? বৌ, তুমি জানাই মই কোনো ৰাজনীতি কৰা মানুহ নহয়, কোনো বিপ্লব কৰিবৰো ইচ্ছা নাই, কিন্তু যিবিলাক এটা জাতি, এখন ৰাষ্ট্ৰৰ মৃত্যুৰ কাৰণ বুলি জানো সেইবিলাকক কোনো প্ৰকাৰৰ সমৰ্থন কৰিব নোৱাৰো। দাদাই খৰচ কৰা সকলোবোৰ পইচা দৰমহাৰ পইচা বুলিয়েই তুমি চাগে' ভাবি থাকা নহয়? অৱশ্যে সমগ্ৰ জাতিটোকেই যি ফাকি দিব পাৰে সি তোমাক ফাকি দিয়াটো নিতান্তই সামান্য কথা। দাদাই কোৱাৰ দৰে মম্নো কওঁ—বন্ধু আৰু কমীক যেন তাৰ বিষে পাব নোৱাৰে, অলপ চকু ৰাখিবা।

ইয়াৰ পিচতেই বিমান খি ওলাই গ'ল, গলেই। বন্ধু আৰু কৰ্মীক মাজে মাজে স্কুলত লগ ধৰে, কমলায়ো দুদিন ৰজতৰ অজ্ঞাতে তাক বিচাৰি গৈছিল। লগ নাপালে। তেতিয়াৰে পৰা ৰজতে পৰাপক্ষত বিমানৰ কথা নুলিয়াই। কেতিয়াবা উলিয়াব লগা হ'লেও নিতান্ত বিৰক্তি আৰু সক্ৰোধেহে সেই নাম উচ্চাৰণ কৰে। যোৱা দুমাহৰ আগতে বিমান এবাৰ আহিছিল নবৌয়েকৰ অসুখৰ খবৰ শুনি। ৰজত তেতিয়া ঘৰত নাছিল। ৰজতক যেতিয়া বিমান অহাৰ কথা কমলাই আনন্দেৰে ক'লে তেতিয়া ৰজতৰ মুখ খণ্ডত ৰঙা পৰি উঠিছিল। তেওঁ কমলাকে ধমক দি কৈছিল, "কিয় আহিব সি ইয়ালৈ ? কোনে তাক আহিবলৈ কৈছিল ? সি মোৰ ভাই-চাই একো নহয়। সি কুকুৰে মোৰ বিৰুদ্ধে হেড অফিচলৈ লিখিছে। ভাগ্যে চিঠি আচল ঠাইত পৰাৰ আগতেই মোৰ হাতত পৰিলহি। যাক পঢ়াই-শুনাই ইমানটো কৰিলো, সিয়েই মোৰ সৰ্ব্বনাশ কৰে। হুঁ, ভাই।

—বিমানে লিখিছে ? তোমাৰ বিৰুদ্ধে ?

—অকল মোৰ বিৰুদ্ধেই নহয়—ঠিকাদাৰ কৃষ্ণগোপালৰ বিৰুদ্ধেও। কিন্তু কি কৰিব, সি মোৰ কি অনিষ্ট কৰিব ?

—বিমানে লিখিছে ?

—আৰু কোনে লিখিব ?

—তুমি নিজে সেই আখৰ দেখিছা ?

আখৰ তাৰ নহয়, কিন্তু তাৰ গ্ৰুপৰ কোনোবাৰ। খবৰদাৰ, আৰু তাক ইয়াত সোমাবলৈ নিদিবা।—কথাখিনি কৈয়েই ৰজত দপদপাই ওলাই গ'ল। কমলাই সেইফাললৈকে বহুত সময় চাই থাকিল। এতিয়া বহুতখিনি কথা কমলাই বুজি নাপায়। আচলতে কোনো জটিলতাৰ কথাই কমলাই নুবুজে। ৰজতে কি কৰে, কিমান টকা দৰমহা পায়, মাটি কিনিবলৈ, ঘৰ সাজিবলৈ, বেঙ্কত থবলৈ, বাকচত থবলৈ, ফুৰিবলৈ যাবলৈ বহুত টকা ৰজতে পাইছে সেই কথা কমলাই জানে আৰু এইটোও জানে যে তেওঁলোকৰ ঘৰৰ ওচৰত থকা পুলিচ কনিষ্টবল

কুলেশ্বৰ বৰ্মনক ঘোচ খোৱাৰ অপৰাধত কামৰ পৰা খেদি দিলে। স্কুল ডি· আই কুমুদ হাজৰিকাক টকা আত্মসাৎ কৰা বুলি পেঞ্চন বন্ধ কৰি দিলে, অথচ সেই মানুহটোৱে গোটেই জীৱন চৰকাৰী চাকৰি কৰিও নিজৰ বুলিবলৈ মাটি অকণ লব নোৱাৰিলে, ঘৰ এটা সজাব নোৱাৰিলে, ছোৱালী ছজনীকো বিয়া দিব নোৱাৰিলে। অথচ তেওঁৰ অফিচৰে হেড্‌ক্লাৰ্ক নে কোনোবা এজনে ঘৰ-মাটি কিনি ভায়েকৰ নামত বোলে গাড়ী এখনো ললে। এইবোৰ কথাৰ মাজত কি আছে, অথবা দহবছৰৰ আগতে ৰজতৰ অৱস্থা কি আছিল আৰু আজি দোপতদোপে কেনেকৈ উঠি যাব পাৰিছে—সেই কথাতো কিবা ৰহস্য আছেনেকি কমলাই নাজানে। তায়ো এনে এখন ঘৰৰ পৰাই আহিছে যিখন ঘৰত সত্য আৰু ন্যায়ৰ বাহিৰে কোনো কথাৰে আলোচনা নহৈছিল। যিখন ঘৰত শুৱালে কেতিয়াবা পনীয়া গাখীৰ দি গ'লেও ল'ৰা ছোৱালীয়ে শুনে বুলিয়েই মাক-বাপেকে সেইকথা আলোচনা নকৰিছিল। যিখন ঘৰত লৰা-ছোৱালীক মাথোন ত্যাগ আৰু জনস্বাৰ্থৰ কথাই শিকোৱা হৈছিল, আত্মসাৎ আৰু ব্যক্তিস্বাৰ্থৰ কথা নহয়। সেয়েহে এতিয়াও কমলাই ভালেখিনি কথা বুজি নাপায়। বুজি নাপায়—বিমান আৰু ৰজতৰ মাজত বিৰোধৰ কি হেতু থাকিব পাৰে। বিমান এইখন ঘৰৰ পৰা ওলাই যাবৰ দিনা সি যিখিনি কৈ গৈছিল, সেইখিনি কথাৰ স্পষ্ট অৰ্থ কি হ ব পাৰে কমলাই বহুতবাৰ নিজকে সুধি চাইছিল। সুধি চাইছিল ৰজতক। কিন্তু ৰজতে এনে এক উত্তৰ দিলে যে দ্বিতীয়বাৰ কমলাই আৰু এই প্ৰসঙ্গ তুলিবলৈ সাহস নকৰা হ'ল। মুখ ফুটাই কমলাই বহুত কথা নোসোধাকৈ থাকিলে সচা কিন্তু সময়ে সময়ে নানা চিন্তাই কমলাৰ মন ভাৰাক্ৰান্ত কৰি তুলিলে। যিখন ঘৰত আহি কমলা প্ৰথমে সোমাইছিলহি সেইখন ঘৰৰ আদব-কায়দাৰ ইতিমধ্যে ভালেখিনি পৰিবৰ্ত্তন হ'ল। কমলাৰো পৰিবৰ্ত্তন হোৱাৰ প্ৰয়োজন আছিল। নহ'ল। কিয় নহ'ল সেইকথা অৱশ্যে তাই নাজানে। পৰিবৰ্ত্তন নহ'ল বিমানৰ আৰু সেই বাবেই সি এইখন ঘৰ এৰিব লগা হ'ল।

কিন্তু আজি কিয় হঠাতে ৰজতে বিমানৰ কথা সুধিলে ? কিয় মানুহজন কালিৰে পৰা কিছু অস্থিৰ হৈ আছে ? কিয় তেওঁৰ গতানুগতিক নিয়মৰ ব্যতিক্রম হৈছে ? বিমানলৈ হঠাত ৰজতৰ মৰম উপজিল কিয় ? কিয় তাৰ কথা ভাবিবলৈ সি আজি সময় পালে। অকস্মাতে ৰজতৰ এই মনৰ পৰিবৰ্ত্তন কিয় হ'ল ?

ঠিকাদাৰ কৃষ্ণগোপালে যে ৰজতক বহুতখিনি সহায় কৰিছে সেই কথা ৰজতে নিজৰ ওচৰত অস্বীকাৰ নকৰে। কৃষ্ণগোপালেও অস্বীকাৰ কৰিব নোৱাৰে যে ৰজতেও তাক সামৰ্থ্য অনুযায়ী কোনো ধৰণৰ সহায় নকৰাকৈ থকা নাই। যোৱা বছৰ গোঁসাই গাৱঁৰ মথাউৰি বান্ধোতে চিমেণ্ট, বালি, বাঁহ, বল্ডাৰৰ যোগান ধৰাৰ ঠিকা কৃষ্ণগোপালে ভতিজাকৰ নামত লৈছিল আৰু সেইটো ঠিকা লওঁতে ৰজতেই সুবিধা কৰি দিছিল। সেইটো অঞ্চলৰ লগত ৰজতৰ সম্পৰ্ক নাছিল যদিও— ত্ৰিশ বস্তা চিমেণ্ট পানীত পেলাই দুশ ত্ৰিশ বস্তাৰ হিচাব দি, দুলৰী বল্ডাৰ পেলাই কুৰি লৰীৰ হিচাপ দেখুৱাই, পাঁচ লৰী বালি পেলাই ত্ৰিশ লৰীৰ হিচাব দি চৰকাৰী পইচা আদায় কৰোঁতে ৰজতেই সহায় কৰি দিছিল। ৰজতৰ নিজৰ এলেকাত কৃষ্ণগোপাল উঠি ৰজা, বহি ৰজা। তাৰ বাবেই এই একেজন মানুহে সাতোটা ঠিকা সাতজনৰ নামত লৈ দেখুৱাই দিছে যে নীতি বোলা কিবা এটা যদি আছে সেইটো কাগজতহে থাকে। এই কৃষ্ণগোপালেই ৰজতক এই ঠাইলৈ নতুনকৈ অহাৰ পাছতেই কৈছিল—"জানে চাৰ, আপোনাৰ আগৰজনক মানে শৰ্মা চাহাবক ময়েই বনাই দিলো। হুঁ, নিমখ হাৰাম কিছুমানে আক' এন্টিকৰাপচনত ৰিপৰ্ট কৰিলে। এদিন শুনিলো শৰ্মাচাহাব চাচপেণ্ড হ'ল। মই ক'লো, ভয় নাই চাহাব কৃষ্ণগোপাল আছে। তিনি বছৰ কেছ চলিল। কৰাপচনৰ কোনো প্ৰমাণেই দিব নোৱাৰিলে। প্ৰমাণ ৰাখি কোনোবাই কৰাপচন কৰে নেকি ? মাটি আছে ওৱাইফৰ নামত, বিল্ডিং আছে ব্ৰাদাৰ-ইন-লৰ নামত, গাড়ী আছে তেওঁৰ নিজা ব্ৰাডাৰৰ নামত। আছে চব আছে, কিন্তু তেওঁৰ নামত

একোৱেই নাই। হেঃ, শৰ্মা চাহাবে চাকৰিত জইন কৰিবলৈতো পালেই, তিনি বছৰৰ পুৰা দৰমহা,* কমপেনচেছন, আপোনাক কৈছো —চৰ পালে। তাৰ পিচতেইতো ইয়াৰ পৰা ট্ৰেন্সফাৰ হ'ল। ইচ্ছা কৰা হ'লে মই ইয়াতেই ৰাখি দিব পাৰিলোহেঁতেন। পিছে তেৱেঁই যাবলৈ ইচ্ছা কৰিলে। গুচি গ'ল। তৱে আপুনি আহিছে, ভাল পাইছো। মোৰ কাম কৰি দিব মৱো আপোনাৰ কাম কৰি দিম। দিলে, কৃষ্ণগোপালে ৰজতক বহুত কৰি দিলে। কিন্তু লাহে লাহে তেওঁ উপলব্ধি কৰি আহিছে যে ৰজতক, কেৱল ৰজতকে কিয়, ৰজতৰ গোটেই ডিপাৰ্টমেণ্টটোকে কৃষ্ণগোপালে তাৰ ইচ্ছামতে চলাই লৈ গৈছে। ৰজতৰে সন্মুখত তেওঁৰ কৰ্মচাৰীক ৰঙা চকু দেখুৱাই কৃষ্ণগোপালে কাম কৰাইছে। ৰজতৰ উপস্থিতিক কেতিয়াবা আওকাণ কৰি বিলৰ কাম, ফাইলৰ কাম আদি কামবোৰ পোনপটিয়াকৈ সি তাৰ কৰ্মচাৰীক আদেশ দি কৰাই নিয়েছি। আৰু সকলোবোৰতে ৰজতেও বিনা অনুসন্ধানেৰে চহী কৰিবলৈ বাধ্য হৈ পৰে। ৰজতে লাহে লাহে অনুভৱ কৰিলে যে তেওঁ কৃষ্ণগোপালৰ হাতত থকা এটা পুতলা হৈ পৰিছে আৰু সি যেনিয়েই যেতিয়াই, যি ফালেই ইচ্ছা কৰে তেতিয়াই তাক ঘূৰাই ফুৰাব পাৰে। তেওঁ আৰু লক্ষ্য কৰিছে যে প্ৰথমে আহিয়েই তেওঁ তেওঁৰ তলতীয়া কৰ্মচাৰীৰ পৰা যি ভক্তি, সন্মান পাইছিল এতিয়া যেন লাহে লাহে সেই সকলোবোৰ নাইকিয়া হৈ গৈছে। সকলোৱেই তেওঁৰ স্বৰূপ উপলব্ধি কৰি পেলাইছে। ইতিমধ্যে হেড-এচিষ্টেণ্টৰ ওচৰত ৰজত ভালেখিনি দুৰ্ব্বল হৈ পৰিছে। কাৰণ সেই মানুহজনে ৰজতৰ সকলো দুৰ্ব্বলতাৰ খবৰ জানি গৈছে। তেওঁৰ কোনো কামৰ কৈফিয়ৎ বিচৰাৰ সাহস ৰজতৰ এতিয়া নাই। কৃষ্ণগোপালৰ ভাগিনীয়েক এটাই আলিত শিল পেলোৱাৰ ঠিকা লৈ দেখ দেখকৈ ফাঁকি দিলে। পাঁচ লৰী শিল পেলাই পোন্ধৰ লৰী শিলৰ হিচাব দিলে। ৰজতৰ জ্ঞাতসাৰে এই কাম হৈছিল। সেয়েহে তাৰ বিলখন 'পাছ' কৰাত ৰজতে তিনি চাৰি দিন দেৰি কৰিলে। কিন্তু কৃষ্ণগোপাল আহি কলেছি, "হিচাবমতে যদি

কামেই কৰিব লাগে জেনেহলে আপোনালোকক দিয়া টকাটো ঘূৰাই দিব লাগিব। সেইহে উত্তাপি নকৰিব বুজিছে ফুকন চাহাব।" নকৰিলে, ৰজতে আৰু কোনো 'উত্তাপি' কৰিব নোৱাৰিলে। সিদিনা গোঁসাই গাৱঁৰ মথাউৰি ভাগি তিনি হাজাৰ মানুহৰ কি বিলাই হৈছিল সেইকথা ৰজতে নিজ চকুৰে দেখি আছি গোটেই নিশা সেই ভয়াবহ দৃশ্য, সেই করুণ স্বজনহাৰা আৰ্তনাদ মুহূৰ্তে মুহূৰ্তে উপলব্ধি কৰিছিল যদিও তাৰ প্ৰতিকাৰৰ কোনো ব্যৱস্থা কৰিব নোৱাৰিলে। ৰজতে জানে মথাউৰি নিৰ্মাণত আছিল এটা ভয়ঙ্কৰ ফাকি আৰু তাৰ বাবে বহু পৰিমাণে ৰজতহঁতেই দায়ী। কিন্তু তথাপি একো কৰিব নোৱাৰিলে। কিবা এটা কৰাৰ সাহস তেওঁ হেৰুৱাই পেলালে। অথচ সেই গোঁসাই গাৱঁৰ লগত তেওঁৰ শৈশৱৰ বহুত স্মৃতি জড়িত আছে। গোঁসাই গাৱঁত থকা ৰজতৰ মোমায়েক-মামীয়েকহঁতৰ ঘৰখন নৈৰ বুকুত জাহ গল। সেইখন ঘৰত থাকিয়েই ৰজতে এদিন প্ৰাইমেৰী স্কুললৈ গৈছিল। সেইখন গাৱঁৰ প্ৰতিটো ঘৰ তেওঁৰ আপোন। কিন্তু সেইখন গাওঁ কিয় যাব লগা হ'ল তাৰ কাৰণ ৰজতে জানে, প্ৰতিকাৰ কৰিব নোৱাৰে। ৰজতে মাথোন বৃদ্ধ মোমায়েকৰ করুণ চকুহাললৈ চাই কৈছিল, "চিন্তা নকৰিব মামা, মই আছো।" সঁচা, ৰজতে কিছু পৰিমাণে মোমায়েকক সহায় কৰিলে। কিন্তু গোঁসাই গাৱঁৰ তিনি হাজাৰ মানুহক সম্ভৱ নাছিল। ৰজতে মোমায়েকক আৰু কলে যে অৰুণৰ বাবে তেওঁ চাকৰি এটাও যোগাৰ কৰি দিব। মোমায়েকৰ ল'ৰা অৰুণ বিমানতকৈ চাৰিবছৰমান সৰু। বি. এ. পাছ কৰি নতুনকৈ হাইস্কুল খোলাত লাগিছিল। বহুত-দিন চাকৰি বিচাৰি নাপাই কিবা এটা নকৰিলে নহয় বাবে সেইটোকে কৰিছিল। কিন্তু সেই কামে পেট আৰু মন কোনোটোকেই ভৰাব পৰা নাছিল। ৰজতৰ কথা শুনি সেয়েহে দুখৰ মাজতো মোমায়েকে হাঁহি এটা মাৰিব পাৰিছিল। আৰু এই হাঁহিটো স্থায়ী কৰিবলৈ ৰজতেও চেষ্টাৰ ত্ৰুটী কৰা নাছিল। এটা অত্যন্ত দুখৰ দিনত মোমায়েকে ৰজতকেই নহয়, ৰজতৰ গোটেই ঘৰখনকে আকোৱালি বান্ধিছিল,

দুটিছৰ কাৰাগাৰত সেউতাক থৈতিয়া আৱদ্ধ আছিল, আৰ্থিক দুৰৱস্থা আৰু মানসিক উত্তেজনাত মাক যেতিয়া শয্যাশায়ী হৈ আছিল, মোমায়েকেই তেতিয়া সেইখন ঘৰক সম্পূৰ্ণভাৱে উঠি যোৱাৰ পৰা ৰক্ষা কৰিছিল। সেই মোমায়েকৰ ল'ৰা অকণৰ প্ৰতি ৰজতৰ যে কিবা এটা কৰ্ত্তব্য আছে সেই কথা দেৰিকৈ হলেও তেওঁ বুজি পালে। ৰজতৰ অফিচতে ইতিমধ্যে চাকৰি এটা খালী হৈছিল। আৰু সেই চাকৰিটোত অকণক সুমুৱাই লবলৈকে ৰজতে চেষ্টা কৰিছিল। অফিচিয়েল ফৰ্মেলিটি ৰাখিবৰ বাবে ইণ্টাৰভিউ 'কল' কৰা হৈছিল আৰু তিনিজন সদস্যৰে এখন 'বৰ্ডো' গঠন কৰি লৈছিল, কিন্তু তাতো আছি ওলালহি কৃষ্ণগোপাল। ৰজতক কলেহি তাৰ কেণ্ডিডেট এটা সুমুৱাব লাগিব। এইবাৰ ৰজতে কোনো উৎসাহ নেদেখুৱাই ক'লে যে ইণ্টাৰভিউত বৰ্ডে যিজনক নিৰ্ব্বাচন কৰিব সেইমতেহে হ'ব। বৰ্ডত কোন কোন থাকিব সেই খবৰ কৃষ্ণগোপালে অফিচৰ পৰাই পালে। 'ইন অৰ্ডাৰ অব মেৰিট' বৰ্ডে তিনিজনৰ নাম চুৰান্ত অনুমোদনৰ বাবে মূল কাৰ্য্যালয়লৈ পঠিয়ালে। তাৰ ভিতৰত প্ৰথম নামটো আছিল অকণৰ আৰু তৃতীয় নামটো কৃষ্ণগোপালৰ প্ৰাৰ্থীজনৰ। তিনিখন টেলিগ্ৰাম দি ৰজতে চুৰান্ত অনুমোদন যেতিয়া আনিলে তেতিয়া দেখিলে যে তিনি নম্বৰজনকেই প্ৰথম সুযোগ দিবলৈ কোৱা হৈছে। ৰজত অবাক হ'ল। ই কেনেকৈ হ'ব? তেওঁ অফিচক জনাই দিলে যাতে ইয়াৰ এটা মীমাংসা তেওঁ নিজেই কৰি নহা পৰ্যন্ত কোনো নিয়োগ পত্ৰ পঠোৱা নহয়। কথাষাৰ কৃষ্ণগোপালেও শুনিলে আৰু শুনি ৰজতৰ লগত তৰ্ক কৰিবলৈ আহিল। এইবাৰ ৰজতৰ খং উঠিল। ক'লে—"অফিচ সংক্ৰান্তত কৃষ্ণগোপালে মাত নমতাই ভাল।" কৃষ্ণগোপালে হাঁহি দিলে "কুকন চাহাব, গভৰমেণ্টৰ চাকৰি কৰিও আপুনি এই ঠাইত পাঁচবছৰ থাকিব পাৰিলে। কোনে ৰাখিলে জানে? মই। কাৰণ আপুনি মাটি লৈছে, ঘৰ বনাইছে, এতিয়া ইয়াৰ পৰা ট্ৰেন্সফাৰ হ'লে মস্কিল হ'ব বুলিয়েই আপোনাক ৰখা ব্যৱস্থা কৰি দিছিলোঁ। তবে

"এতিয়া দেখিছো আপুনি........লেখক, আজি মোৰ বৈজ্ঞানিকৰ প্ৰশংসা-পেৰ্ট 'লেটাৰ ইছু কৰক, নহলে মই ভাল নাপাম।" এইকাৰ-বকবকো জেদ হ'ল। তেওঁ ক'লে যে এই বিষয়ত কৃষ্ণগোপালে মাত মাতিলে কথা বেয়াকৈ যাব।

—তাৰ মানে ফুকন চাহাব—আপুনি আপোনাৰ ভাইক চাকৰি দিব ?

—ওঁ, দিম।

—হেড অফিচৰ কথা নামানিব ?

—নামানো।

—ভাল। নমস্কাৰ।

কৃষ্ণগোপাল গুচি যোৱাৰ পাচত বজতে বহুত সময় ভাবিলে এটা অহঙ্কাৰী, মদগৰ্বী মানুহৰ ইচ্ছা আকাঙ্ক্ষাৰ ওপৰত তাৰ প্ৰশাসন চলিব ? নাই, সি কেতিয়াও হ'ব নোৱাৰে। কেতিয়াও নোৱাৰে।

কিন্তু কথা সিমানতেই শেষ নহ'ল। পিচদিনা এখন বাতৰি কাকতত বজত ফুকনৰ স্বজন প্ৰীতিৰ বাতৰি প্ৰকাশ পালে। নিজা সংবাদদাতাই পৰিবেশন কৰা বাতৰিটোত আৰু লিখা হ'ল, "ইতিমধ্যে এই বিষয়াজন নিচেই কম সময়ৰ ভিতৰতে আত্মীয় স্বজনৰ নামত ঘৰ-মাটি ভালেখিনি সম্পত্তিৰ অধিকৰী হৈ পৰিছে বুলি জানিব পৰা গৈছে আৰু এওঁৰ হাতত্তেই ৰাজহুৱা ধনৰ অপব্যৱহাৰ হৈছে বুলি জনসাধাৰণে ভাবিবলৈ বাধ্য হৈছে। ৰাজহুৱা স্বাৰ্থৰ খাটিৰত এইজন বিষয়াক অনতিপলমে ইয়াৰ পৰা আতৰাব লাগে বুলি কোনো কোনো মহলে দাবী জনাইছে।

দাবী জনাইছে ? ৰাইজে ? কথাখিনি পঢ়ি ৰজতৰ নিজৰে হাঁহি উঠিছিল। জনস্বাৰ্থ বুজি পোৱা জনতা এইখন দেশত সঁচাকৈয়ে আছে ? তেনেহ'লে ইমানদিনে তেওঁলোকে কি চকু মুদি আছিল ? চাৰে তিনিশ টকাৰ চাকৰি এটা কৰি পাঁচ বছৰৰ ভিতৰত প্ৰায় আঠে লাখ টকাৰ

ওভাৰকোটটো টাইভিজত বাতিলুৱাবলৈ

সম্পত্তিৰ অধিকাৰী কেনেকৈ হ'ব পাৰি এই সাধাৰণ কথাটো· বুজিবলৈ জনতাৰ পাঁচ বছৰ কিয় লাগিল ? ৰজতৰ ইচ্ছা হ'ল এই জনতা কোন, এই জনতা কত থাকে, এই জনতাৰ স্বাৰ্থ কি, এই জনতাই কি বিচাৰে সকলোবোৰ কথা চিএৰি সুধিব। কিন্তু কথাবাৰ ভাবি তেওঁৰ আকৌ হাঁহি উঠিল।

ইয়াৰ পাছত ৰজতৰ কি হ'ব পাৰে তেওঁ জানিছিল। দহ বছৰৰ চাকৰি জীৱনত কমেও দহজন কৃষ্ণগোপালক ৰজতে লগ পাই আহিছে। ৰজতে ভৱাটোৱেই হ'ল। নতুন ৰিক্ৰুইটমেণ্ট বন্ধ কৰিবলৈ টেলিগ্ৰাম আহিল আৰু উইথ ইমিডিয়েট এফেক্ট তেওঁক ট্ৰেন্সফাৰ কৰা হৈছে, জন স্বাৰ্থৰ খাটিৰত।

জনস্বাৰ্থ। পাব্লিক ইণ্টাৰেষ্ট। হু। আধাপোৰা চিগাৰেটটো দূৰলৈ দলিয়াই দি ৰজতে এবাৰ কৃষ্ণগোপালৰ মুখখন, এবাৰ অৰুণৰ মুখখন আৰু, আৰু এবাৰ বিমানৰ মুখখন মনত পেলালে। দেউতাকৰ কপালৰ কটা দাগটো চাকৰি জীৱনত প্ৰথম বাৰৰ কাৰণে ৰজতে স্পষ্টকৈ মনত পেলালে। ৰজত আকৌ উত্তেজিত হৈ পৰিল। প্ৰতিটো উশাহ-নিশাহত কৃষ্ণগোপালক দেখিবলৈ পাই তেওঁ কঁপি উঠিল।

নাজানে, কমলাই এইবোৰ কথা একোকে নাজানে। এইবোৰ কোনো কথাকে ৰজতে কমলাক কোৱা নাই। কালি টেলিগ্ৰামখন পোৱাৰ পিচৰে পৰা ৰজত কিছু চঞ্চল, কিছু উদ্বিগ্ন, কিছু অস্বাভাৱিক, কিছু চিন্তিত হৈ পৰিছে। কমলা ৰজতৰ আৰু কাষ চাপি গ'ল। ৰজতে মৌন দৃষ্টিৰে কমলালৈ চালে। তাই আকৌ আগৰ প্ৰশ্নটোকে কৰিলে—"তুমি কালিৰে পৰা কিবা এটা চিন্তা কৰি আছা যেন পাওঁ।"

—কমলা, যোৱা নিশাটো মই এক মুহূৰ্তৰ বাবেও শুব পৰা নাই জানা ?

— ভালকৈ কোৱা তোমাৰ কি হৈছে।

—এই অলপ আগলৈকে মোৰ কি হৈছিল মই বুজাব নোৱাৰোঁ।। কিন্তু এতিয়া মোৰ একো হোৱা নাই।

—মই একো বুজা নাই।

—বিমানৰ ঘৰটো চিনি পোৱা?

—বিমান মেচত থাকে। প্ৰায় অভিমানৰ সুৰত কমলাই ক'লে।

—তুমি চিনি পোৱা?

—ওঁ।

—ব'লা কমলা, আজি বিমানৰ ওচৰলৈ যাওঁ, তাক লৈ আহোঁগৈ।

—ক'ত?

—তুমি ওলোৱাগৈ, মই গাটো ধুই লওঁ।

# বেলুন

—মিতু আহিছে বুজিছা। তিনিমান বজাত পালেহি।

—মিতু? আমাৰ মিতু?

—অ'টো আক'।

—হঠাৎ আহিল যে, পূজালৈকে থাকিব তাৰমানে?

—মই কেনেকৈ কওঁ। মইতো লগ পোৱাই নাই। তুমি আহিলে এবাৰ গৈ আহিম বুলিহে ভাবি আছোঁ।

—ওলাবা।

—সূৰ্য আহিছিল। সিহে খবৰটো দি গ'লহি। তোমাক মাতিয়েই পঠিয়াইছে।

—ইস, একেবাৰে লাট চাহেব, মই যে যাব লাগে, তাই নাহে কিয়?

—কিনো কোৱা হে। তাই নাহো বুলি কিবা কৈছে নেকি, তাই বিস্তাৰে আহি থাকোতেই, বাটতে সূৰ্যক পালে। সূৰ্যই আমাৰ ঘৰলৈ আহিম বুলি কোৱাত তাই তোমাক মাতিছে বুলি ক'বলৈ ক'লে। তাইৰ কথা জানাই, দেখোন।

—অকলে আহিছে?

—আগে পিচেও দেখোন অকলেই আহে।

—এবা, তাইৰ গিৰিয়েকৰ আক' কামৰেই অন্ত নাই নহয়। এদিন সি নাথাকিলেই যেন গোটেইখন ৰসাতলে যাব। তাইৰ গিৰিয়েক যে ভীষণ ব্যস্ত মানুহ, ভীষণ পৰিশ্ৰমী মানুহ, ভীষণ হিচাবি মানুহ— এইবোৰ লেকচাৰ নমৰাকৈ তাইনো কোনদিনা আন কথা আৰম্ভ কৰে।

মিতু মোৰ সৰু খুড়াৰ ৰৰ ছোৱালী। ভনী। তাই মোতকৈ দুবছৰৰ সৰু পিছে সৰুৰে পৰাই বন্ধুৰ দৰে। খুড়াৰ ঘৰ আৰু আমাৰ

ঘৰৰ মাজত সাজৰৰ মানুহ। মিতুৰ বিয়াৰ দুবছৰৰ পিছতেই মোৰো বিয়া হৈছে—মিতুৰেই বন্ধু লতাৰ লগত। লতা আৰু মোৰ—প্ৰাক্ বৈবাহিক পৰ্বত অৰ্থাৎ মিতুৰ ভূমিকাই আছিল বৰ গুৰুত্বপূৰ্ণ। লতা সম্পৰ্কে মোৰ আগত বাৰম্বাৰ কোৱা মিতুৰ কথাবোৰ প্ৰথম পৰ্যায়ত আছিল এনেকুৱা, "জান সোনদা, লতাৰ নিচিনা চেণ্ট পাৰ্চেণ্ট ভাল ছোৱালী ত্ৰিভুবন চলাথ কৰিলেও বিচাৰি নাপাবা।" "এই সোনদা, লতাক দেখিলে মোৰ হিংসা লাগে জান, ঈশ্বৰে সকলোবোৰ তাইকেহে দিব লাগে নে? গাৰ ৰং, নাক-মুখ, মাতটো—সেইবিলাকৰ উপৰিও দিছে এবভ এভাৰেজ ব্ৰেইন এটা। ইংৰাজীতো হায়েষ্ট মাৰ্ক্চ, ফিলচ-ফীটো হায়েষ্ট। সঁচা ভাই, ঈশ্বৰে পাৰ্চেলিটি।" আৰু লতাৰ আগত মোৰ কথা কৈছিল গৈ এনে ধৰণেৰে, "এই লতা, সোনদাটোৰ কথা-কাণ্ডবোৰ মন কৰিছ? এই যে তোৰ লগত চা চিনাকি কৰি দিলো—সি গুৰুত্বই নিদিলে। তেনেকুৱাই। ছোৱালীৰ লগত চিনাকি কৰি দিলে তাৰ কাণমুৰ গৰম হৈ যায়। সোনদাৰ নিচিনা ভাল ল'ৰা পৃথিৱীত কিজানি কেৱল সোনদাইহে আছে।" মিতুৰ কথা ওলালেই লতা আৰু মোৰ মাজত আজিকালি এইবোৰ কথা ওলায়। সৰু-খুড়াৰ আৰ্থিক অৱস্থা কোনোদিনেই ভাল নাছিল, এতিয়াও ভাল নহয়। কিন্তু মিতুৰ প্ৰতি সৰুখুড়াৰ যত্ন আছিল অসীম। তাইক বাহিৰত দেখিলে এনে এক ধাৰণা হৈছিল—তাই যেন কোনোবা উচ্চ বিত্ত, উচ্চ মধ্য বিত্ত মানুহৰ ঘৰৰ ছোৱালীহে। তাইক ভালকৈ পিন্ধোৱা, ভালকৈ খোৱাত সৰু খুড়াৰ বিন্দু মাত্ৰ কাৰ্পণ্য নাছিল। ইয়াৰ কাৰণো অৱশ্যে আছে, মিতুৱেই খুড়া খুড়ীৰ একমাত্ৰ সন্তান। তিনটি সন্তানৰ মৃত্যুৰ পিছত মিতুৰ জন্ম আৰু খুড়ীৰ মাতৃত্বৰো সমাপ্তি। সেয়েহে সৰু খুড়াৰ সকলো আশা আকাংক্ষাৰ কেন্দ্ৰবিন্দু যেন মিতুৱেই। আমাৰ ঠাইৰ পৰা তিনিচুকীয়ালৈ আঠ কিলোমিটাৰ। আমাৰ ঘৰৰ আগেদি চিটিবাছ চলে। মিতুক ইংৰাজী মাধ্যমৰ স্কুলত—অৰ্থাৎ কনভেণ্টত নাম লগাই দি সৰু খুড়াই নিজেই তিনিচুকীয়াত থৈ আহে। পিছলৈ অৱশ্যে

তাইক, চাঁৰিবছৰ পঢ়াৰ পাছত, অসমীয়া মাধ্যমৰ স্কুলতে ইং আনিব লগা হ'ল। সকলো কথাতেই তাই সাংঘাতিক 'স্মাৰ্ট'। দেখাতেও কিছু অকণেই এগ, য'তে থাকে ততেই হৰহৰাই থাকে। গতিকে আমি সকলোৱেই তাইক ভাল পাওঁ। সকলোৱেই জোকায়ো ৰং চাওঁ।

—কি ভাবিছা? লতাই সুধিলে।

—কি ভাবিছা মানে?

—একো নামাতি মনে মনে থাকিলা দেখোন।

—সক খুড়াৰ ঘৰলৈ যোৱাৰ কথা কোৱা নাই জানো? ওলোৱা।

—নহ'লে ভনীয়েৰাই গপ পাতিব। কুলিৰ খবৰ পায়ো নাছিল।

—বুলা তাইকে অকণমান জোকায় আহোগৈ।

তাইৰ লগত কাজিয়া কৰাতো মোৰ একপ্ৰকাৰ চখ। সুবিধা পালেই তাইক খং তোলাই দিও। এবাৰ যদি কেনেবাকৈ খং উঠিল, বচ, এল, পি ৰেকৰ্ড এখন চলি থকাদি চলি থাকে। মই মনে মনে বৰ স্ফুৰ্তি পাওঁ। মোক তাই শাসনো কৰে, "এই সোনদা, কালি যে ঠিক দুই বাজি বিশ মিনিটমানত "এ টু জেদ (A to Z) ৰেষ্টুৰেণ্ট-খনত তিনিটা ল'ৰাৰ সতে আড্ডা মাৰি আছিলি, সেই সময়ত তোৰ ক্লাছ নাছিল?"

—নাছিল।

—নাছিল? দত্তচাৰৰ ক্লাছ নাছিল?

—কৈছো নহয় নাছিল।

—আছিল, আৰু তই ক্লাছ নকৰি আড্ডা মাৰি আছিলিগৈ। মই কি একো নাজানো বুলি ভাবিছ। সেই ল'ৰা কেইটাক চিনি পাৱ?

—ল'ৰাৰ বিষয়ে তোতকৈ মই বেছি জানো।

—মুঠেই নাজান। ল'ৰাৰ বিষয়ে আমি ছোৱালীবোৰে যিমান কথা জানো তহঁতে নাজান।

—বাক হৈছে বা। মোৰ কথা ভাবি তই দুখ কৰাৰ নালাগে।

—বাঃ, তই বাট এৰি অবাটে যাব খুজিবি, মই দেখি শুনিও চাই থাকিম? তোৰ লগৰ সেই লংবা কেইটা এক নম্বৰ ক'ৰাপ্টুৰেট। সিহঁতৰ লগ লগে মৰিবি কিন্তু কৈ থ'লো।

—বাৰে তাৰে ওপৰত এনেকৈ মন্তব্য নিদিবি দেই।

—মই দেখিছো যে এটা মানুহে চখ কৰি চকুকুটা মুদি লৈ বাটেদি খোজ কাঢ়ি আহি আছে। মই ইয়াকো দেখিছো যে মানুহটো আহি থকাৰ বাটত সাপ এডাল পৰি আছে। জীয়া সাপ। ৰদ লৈ আছে। চিঞৰ মাৰি মানুহটোৰ অন্ধ হৈ খোজ কঢ়াৰ খেল ভাঙি দিয়াতো মোৰ উচিত নহ'ব? কাৰণ মোৰ বিবেক বুদ্ধি আছে। বুজিলি নহয়। চকুমুদি গৈ থকা মানুহটো তই, আৰু তোৰ লগৰ সেই তিনিটা।

—বাটত ৰদ লোৱা সাপ?

—বুজিছ যদি ভাল হৈছে।

—মই যে তোতকৈ বয়সে ডাঙৰ জাননে?

—মাইকী মানুহবোৰ মতা মানুহতকৈ কম বয়সতে মেচিওৰড হয়।

—তোৰ মেচিওৰিটি মোৰ জনা হৈ গৈছে।

—শুনি ভাল পালো।

এই জমায়েই মিতু। কোন মুহূৰ্তত তাই অভিভাৱক হয়, কোন মুহূৰ্তত বন্ধু হয় আৰু কোন মুহূৰ্ত ভন্টি হৈ যায় একো ঠিক নাই।

মিতুৰ বিয়া হ'ল এখন বিখ্যাত ঘৰৰ লগত। শশধৰ বৰুৱাৰ পুতেক ৰাজীৱলোচন বৰুৱাৰ লগত। শশধৰ বৰুৱা এসময়ত ইঞ্জিনীয়াৰ আছিল। চাকৰিকালত ভালেমান মাটি বাৰী সা সম্পত্তি কৰি হঠাৎ এৰি দি ব্যৱসায়ত নামিল। কণ্ট্ৰেক্টাৰ। তাৰ পিছত ৰাজনীতিত নিৰ্বাচন খেলিলে। জিকিলে, মন্ত্ৰী হ'ল। মন্ত্ৰী ভাগিল। আৰু ব্যৱসায়ত নামিল। ৰাজীৱ তেওঁৰে মাজু পুতেক। কেনেকৈ মিতুৰ লগত দেখাদেখি হ'ল। ভাল পোৱা হ'ল। ইয়াৰ পিছতে পৰা

বাজীৰৰ প্ৰশংসাৰ বাহিৰে মিতুৰ মুখৰ পৰা কেন আৰু বহুত কথাই হেবাই গ'ল। বিয়াৰ পিছত অৰ্থাৎ মোৰা চাকিজনৰ তিনিবত বাজীৰ এবাৰ মাথোন শহুৰৰ ঘৰলৈ বুলি আহিছিল। তাৰ ব্যাখ্যা মিতুৰ মুখত এনেকুৱা:

'কিবে ব্যস্ত জানা একদম সময়েই নাপায়। দেউতাৰ (শহুৰেক) সকলো কথাতে কেৱল 'বাজীৱ', 'বাজীৱ'। ব্যৱসায়ৰ কথাতো জানাই—অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে। সকলোবোৰ কৰলৈ গ'লে এওঁবেই ওপৰত। এই নগাওঁ, এই গুৱাহাটী, এই যোৰহাট, এই তেজপুৰ, এই বৰপেটা, এই ধুবুৰী, এই চিলচৰ,—বেয়া লাগি যায় তাই কেতিয়াবা এসপ্তাহ ভাত নোখোৱাকৈ যায়। মানুহটোৰ ভাগৰো নাই নেকি জানো!' আমি যদি প্ৰশ্ন কৰো, 'ঘৰসংসাৰ, মানে তোৰ দাম্পত্য জীৱনৰ কথা কৈছো, খবৰেই নাৰাখে তাৰ মানে? কেৱল টকা ঘটাৰ চিন্তাতে ৰাতিক দিন কৰি ঘৃৰি ফুৰে?"

তাৰ উত্তৰ হয় এনে ধৰণৰ:

'সেই কাৰণে ঘৰত যিকণ সময় পায় নহয় সেইকন সময়ত কোনোবা গ'লেও বৰ বেয়া পায়। মই ওচৰতে বহি থাকিব লাগে। কেতিয়াবা যে ইমান লাজ লাগে ভাই। মাহঁতে (শাহু) মোক বে চাগে কি ভাবে। হঠাৎ কেতিয়াবা কব—'বলা চেকেণ্ড শ্ব চাওগৈ।' যাওঁ। এদিন যে চিনেমা চালো—এতিয়াও ভাবিলে হাঁহি উঠি যায়। নাই এক্টিং, নাই কাহিনী, কিবা অদ্ভুত, অবাস্তৱ। মই বোলো এই ফিল্মবোৰ চেকেণ্ড শ্ব চাবলৈ আহেনে!' তেওঁ বোলে, 'ফিল্ম চোৱাতো গৌণ, আচল কথা হ'ল আমি দুয়ো ওচৰা ওচৰিকৈ অলপ সময় বহি থাকিম। এনেয়ে। ভাল নালাগে?'

কেতিয়াবা বজাৰৰ কথা ওলালে মিতুৰ মুখত এনেকুৱা কথা শুনিবই লাগিব:

'বজাৰলৈ মানে? যাওতে মোৰ লগত যেতিয়াই লগ ধৰো কেতিয়াই যায়; কিন্তু নিজে বস্তু কিনিবও নাজানে, দামদৰো নাজানে।

মই যদি কাইল শাৰীখনকো পিওন ঠিক বুলি কওঁ—তেওঁ তাকেই বিশ্বাস কৰি ল'ব। কিন্তু 'কালাৰ চাইচ' সাংঘাতিক। মোৰ যে পেহী আৰু ছোৱালী দুজনী আছে, সিহঁতে কয়েই 'কালাৰ' মাজীয়দাক বুলি কিনিবা। একেবাৰে জবাব নাই। নিজে পিছে নিজৰ কাৰণে বুলি একো এটাকে কিনিব নোৱাৰে। সেইবোৰ মই হে কিনি দিব লাগে। কৈছো নহয়—আণ্ডাৰ পেণ্ট পৰ্য্যন্ত মইহে—'

মিতুৱে এসময়ত ছটামান ভাল কবিতা লেখিছিল। বিয়াৰ পিছত পৰা লেখা নাই। তাৰ কৈফিয়তো এনেকুৱা কথাৰেই দিয়ে :

'এওঁ যে এই কাৰণেই মোক সদায় গালি দি থাকে। 'নন্দ'জনী কালিফৰ্ণিয়াত থাকেতো। তাই মোলৈ এটা পেন পঠিয়াই দিছে। আচলতে এওঁ তাইলৈ লেখিছিল। কম এটাও মোক দিছে—লেখা-পঢ়া কৰিবলৈ। মই কবিতা লেখিব লাগে। আজি কালি কিবা সেইবোৰ কৰিবলৈ মন নাযায় অ'। এওঁৰ কামবোৰ কৰি থাকিয়েই ভাল পাওঁ।'

ছমাহমানৰ আগতে চাকৰিৰ লেঠাত সেইফাললৈ যাওঁতে আধাঘণ্টামানৰ কাৰণে মিতুহঁতৰ ঘৰত সোমায়ছিলো। মই যোৱা শুনি তাই লৰালৰিকৈ ওলাই আহিল। দেখিলো সেঁ। চকুটোৰ ওপৰত, কঁপালত, এটুকুৰা প্লাষ্টাৰ লগাই থোৱা আছে। তাই ক'লে :

'এক্সিডেণ্ট বুজিছ, এওঁৰ লগত মটৰ চাইকেলত গৈছিলো। সেইদিনা আমাৰ বিয়াৰ দিন, মানে বিবাহ বাৰ্ষিকী। এওঁ আক' সেই তাৰিখটোত কেনিও নাযায়। আমি ছুয়ো ফুৰো। হোটেলত খাওঁ। মোক এওঁ সোণৰ বস্তু কিবা এটা প্ৰেজেণ্ট দিয়ে, মই এজোৰ চুটৰ কাপোৰ দিও। কবলৈ গ'লে আমি সেইদিনটোত বাতিপুৱাই ওলাওঁ। সিদিনাও গৈছিলো। মটৰ চাইকেলত। টাউনৰ পৰা প্ৰায় দহ কিলোমিটাৰমান গ'লো। ক্লি ৰাস্তা। মই এওঁৰ ককালত সাৱত মাৰি ধৰি পিঠিতে মুৰটো পেলাই গৈ আছো। মটৰ চাইকেল স্পীডত

চলিছে। কথা পৰা যৌতুক সুক ল'ৰা এটা আগতেই পৰিছিল। এই ব্ৰেক মাৰি দিলে, মই চিটিকি পৰিলো। এৱা চাচোন, বৰ দুখ পালো। এইবাৰ কাৰণেহে মটৰ চাইকেলখন কণ্ট্ৰ'ল কৰি ল'ৰাটো বচালে। আন হোৱাহলে ল'ৰাও মৰিলহেঁতেন, আমিও মৰিলোহেঁতেন।'

মিতুৰ কথাবোৰ শুনি আমি বৰ চৰ্ পাওঁ। সেয়েহে তাই অহা বুলি শুনিয়েই তাইৰ কথাবোৰকে ভাবি চাবলৈ মন গ'ল। বিয়াৰ পিছৰে পৰা তাই মাথোন কথাই কথাই প্ৰমাণ কৰিবলৈ বিচাৰে যে তাইৰ এখন বৰ সুখী সংসাৰ, বাজীৱ বৰ কৰ্মঠ আৰু প্ৰতি পত্নীৰে আকাঙ্ক্ষিত গৃহস্থ।

"যোৱা যদি ওলোৱা আৰু'। নহ'লে দেৰি হ'ব। তাইতো কথা উলিয়ালে সোনকালে উঠিব পৰা নহ'ব।"—লতাই মোক ক'লে।

সৰু খুড়াৰ ঘৰ বেতিয়া পালোগৈ তেতিয়া সন্ধ্যা লাগো লাগো। মিতু তেতিয়া বিছনাত। গাটো বেয়া হৈছে। লতা আৰু মই তাইৰ ওচৰতে বহিলোগৈ। সৰুখুড়া নাই, কেনিবা ওলাই গৈছে। খুড়ীয়ে আমাক বহিবলৈ কৈ বাকৰি ঘৰ সোমাল। মিতুক আগতকৈ বহু ক্ষীণ যেন লাগিল। বস্তুত কিবা কিবি পৰিৱৰ্ত্তন হোৱা যেন লাগিল। গহীন যেন লাগিল। ক্লান্ত যেন লাগিল, দুৰ্বল যেন লাগিল।

—হঠাৎ ওলালিহি যে,—মই সুধিলো।

—আহিলো আৰু।

—ৰাজীৱ নাহিল ?

—আগে পিচেনো মোৰ লগত কিমান আহিছে ?

—কেইদিনমান থাকিবি নহয় ?

—হুঁ।

—কচোন কু, ৰাজীৱৰ খা-খবৰ ক, বিজিনেছ চলিছে।'

—হুঁ

—বাটৰ চাইকেলেৰে ঘূৰা-চকা কৰিছিলে নাই ?

—নাই কৰা।

—এবাৰ এক্সিডেণ্ট হোৱাৰ বাবে ভয় খালি।

—এক্সিডেণ্ট হোৱা নাছিল।

—তই নিজেই কৈছিলি দেখোন বিবাহ-বাৰ্ষিকী পালন কৰিবলৈ বুলি—

—মিছা কথা কৈছিলো।

—বাজীৱৰ সম্পৰ্কে যিমান কথাই কৈছিলো সকলোবোৰ কথাই মিছা আছিল।

—মিছা আছিল ?

—বাজীৱে মোক কাহানিও ভাল ব্যৱহাৰ কৰা নাই।

—তাৰ মানে ?

—আমাৰ এইখন ঘৰৰ সাধাৰণ আৰ্থিক অৱস্থাটোৰ কথাৰে গোটেই ঘৰখনে আমাক হাঁহে। মোক, মোক খাবলৈ পিন্ধিবলৈ দি বন-কৰা ছোৱালী ৰখাদি ৰাখে।

—তই এইবোৰ কি কৈছ মিতু ?

—লুক-ঢাক কৰিবলৈ আৰু একো নাই সোনদা, মই যদি আৰু' ঘূৰি নাযাওঁ বুলি কওঁ, তইঁতে মোক জোৰ কৰি উলিয়াই দিবি নেকি ?

মিতুৰ কথাৰ উত্তৰ দিয়াৰ আগতেই মই লতাৰ মুখলৈ চালো, লতাই মোৰ মুখলৈ। দুয়োৰে হয়তো মনৰ ভাব—"এই কিবা ৰহস্য কৰা নাইতো !' কেই মুহূৰ্তমান আমাৰ কাৰো মাত-বোল নাই, তাৰ পিছত মমেই মাত লগালো—"অলপ খোলাখুলিকৈ কচোন, কি হৈছেনো।"

—হ'ব আৰু কি সোনদা, চৌবিশ ঘণ্টাৰ সোতৰ ঘণ্টাই বাজীৱ ব্যৱসায় লৈ ব্যস্ত। প্ৰায় দুপৰ নিশা বেহচ হৈ ঘৰ সোমায়হি। বেছিভাগ বাহিৰতে খায় লৈ আহে। মই যদি কিবা কওঁ—মোক

বেয়াকৈ গালি পাৰে, আৰ্থিক ভাৱে যে আমাৰ এইখন ঘৰ সেইখন ঘৰৰ তুলনাত—

—সিটো তোক ভাল পায় বিয়া কৰাইছিল ?

—ময়োতো ৰাজীবক ভাল পাইছিলো।

—তেনেহ লে ?

—মোক সুসুধিবি সোনদা, মোক একো সুসুধিবি, সমানে সমানে কাম নকৰি ভুল কৰিলো। হয়তো, হয়তো ধনী হোৱাৰ বাসনাই, চৌখিন হোৱাৰ বাসনাই, অত্যাধুনিক হোৱাৰ বাসনাই মোক পাগল কৰিছিল। ৰাজীৱৰ সুদৰ্শন ৰূপ, অৰ্থ, গাড়ী এইবিলাকে কিজানি....মই কিজানি।

মাতটো থোকাথুকি হোৱা যেন লাগিল। চকুহাল লাহেকৈ মোহাৰি ল'লে। লতাই মোক সেই সুবিধাতে বেছি কথা নাপাতিবলৈ ইংগিত দিলে। লতাৰ ইংগিত পোৱাৰ আগতেই মোৰ মুখৰ পৰা ওলাই গ'ল—"কিমান দিনৰ পৰা ৰাজীৱ এনেকুৱা হৈছে ?"

—প্ৰথমৰ পৰাই। ৰাজীৱৰ মানত মই বোধকৰো বজাৰৰ পণ্য-দ্ৰব্যতকৈ বৰ বেছি একো নহয়। প্ৰথমে অৱশ্যে মোৰ গাত হাত দিয়া নাছিল, আজিকালি তাকো কৰে।

—মাৰপিট কৰে ?

—এক্সিডেন্ট বুলি কোৱা কঁপালৰ দাগটো মদৰ বটল মোৰ গালৈ মাৰি পঠোৱাৰ দাগ।

—কিন্তু তইতো ৰাজীৱ সম্পৰ্কে—

—কৈছো নহয়, মিছা কথা কৈছিলো বুলি।

মিতুৰ ওচৰৰ পৰা উঠি আহোতে নিশা দহমানেই বাজিল। সৰু খুড়ায়েও আমাৰ আগত এসোতা কান্দিলেহি। সৰু খুড়া সত্তৰ বেজাৰতে ক'বৰাত বহি আছেগৈ। বাটত আহোতে তালেমান বাট লতা আৰু মই প্ৰায় মনে মনেই আহিছিলো। এবাৰ মাথোন লতাই

সুধিলে—"আগতে তাই বাজীৱ সম্পৰ্কে, ঘৰখনৰ সম্পৰ্কে মানে তাইৰ বৈবাহিক জীৱন সম্পৰ্কে ইমানবোৰ মিছা কথা কৈছিল কিয় ?"

—হয়তো তাইৰ কল্পনাৰ সংসাৰখন, তাই মনে বিচৰা সংসাৰখন, তাইৰ আকাঙ্ক্ষাৰ দাম্পত্য জীৱনটোৰ কথাই প্ৰথমে তাই আমাৰ আগত কৈছিল।

—তাৰ মানে ?—লতাই সুধিলে।

যিটো বাজীৱৰ কথা প্ৰথমে তাই আমাৰ আগত কৈছিল, যিখন সংসাৰৰ ছবি তাই আমাৰ আগত দাঙি ধৰিছিল, হয়তো সেইটো বাজীৱকে সেইখন সংসাৰকে বাস্তৱত তাই বিচাৰি ফুৰিছিল, শয়নে-সপোনে লগত লৈ ফুৰিছিল। কিন্তু বাস্তৱ হ'ল বিপৰীত....

—এৰা, বিপৰীত—লতাৰ হুমুনীয়াৰ শব্দ মোৰ কাণত পৰিলহি।

# হায়

মই ক'ব নোৱাৰো, মই একো ক'ব নোৱাৰো, আমোন দৌৰিছো, কিন্তু মই কেনি দৌৰিছো ক'ব নোৱাৰো, মোৰ লক্ষ্য কি মই ক'ব নোৱাৰো, মই দেখিছো মোৰ আগে আগে একাক মানুহ দৌৰিছে, ময়ো দৌৰিছো। দেখিছো কিছুমানে হাঁহি হাঁহি দৌৰিছে, নাচি নাচি দৌৰিছে, জপিয়াই জপিয়াই দৌৰিছে, ময়ো দৌৰিছো, ময়ো হাঁহিবলৈ চেষ্টা কৰিছো, ময়ো নাচিবলৈ চেষ্টা কৰিছো। ময়ো জপিয়াবলৈ চেষ্টা কৰিছো। কেতিয়াবা মই হামখুৰি খাই পৰিছো। আঠুৰ ছাল এৰাই গৈছে। কেতিয়াবা ক'ৰবাত খুন্দা মাৰি দিছো—দাঁত এটা ভাগি গৈছে। কেতিয়াবা কোনোবাই মোৰ এই লক্ষ্যহীন পৰিকল্পনাহীন উন্মাদনাত বাধা দিবলৈ পাছফালৰ পৰা মোৰ গাৰ কামিজত খাপ মাৰি ধৰিছে যদি কামিজটোকে ফালি মই দৌৰিছো। মই দেখিছো মোৰ আগে আগে দৌৰি যোৱা কিছুমানে ফট্‌কা ফুটুৱাই কিৰিলি পাৰিছে, কিছুমানে সহস্ৰবেলুন উৰুৱাই সশব্দে হাঁহিছে, আৰু কিছুমানে ভীৰৰ মাজত তিষ্ঠিব নোৱাৰি খালে-জোঙে বাগৰি পৰিছে, অথচ কোনেও কালৈকো ঘূৰি চোৱা নাই, ময়ো। কেতিয়াবা মই বেয়াকৈ বাগৰি পৰিছো আৰু তাৰ পাছতেই মোৰ হয়তো হাঁহি উঠিছে। হাঁহি উঠিছে মোৰ অজ্ঞতাৰ বাবে, হাঁহি উঠিছে মোৰ বিভ্ৰমৰ বাবে, হাঁহি উঠিছে মোৰ লগতে হেচা-ঠেলা খাই, কেতিয়াবা লাঠি চৰ খাই কন্দা-কটা কৰিও গৈ থকা মানুহবোৰলৈ চাই চাই। কিন্তু আকৌ পাচ মুহূৰ্ত্ততে মই দৌৰিছো। মোৰ সম্বিত হেৰাইছে, কিন্তু মই বৈ যোৱা নাই। মাজে মাজে বৈ যোৱাৰো ইচ্ছা অৱশ্যে হয়। তেতিয়া এই নিৰৰ্থক যাত্ৰাৰ বাবে লাজো লাগে। খং উঠে। নিজৰ চুলি কোচাকে আজুৰি চাওঁ, জীয়াই থকাৰ সত্যখিনি স্বীকাৰো কৰো, অথচ সেই বিৰতিৰ অন্তত যেতিয়া দেখো মোৰ আগে আগে মানুহজাক

দৌৰি গৈছে, যেতিয়া সিহঁতৰ মুখৰ পৰা সদাই শুনি অহা মিছা প্ৰলোভনৰ আত্মবিধ্বংশী চিৰ প্ৰস্তুত মন্ত্ৰ শুনো, তেতিয়া আকৌ দৌৰিবলৈ আৰম্ভ কৰো। ভোগবাজ বেপাৰীয়ে সুদৰ টকা নিদিও বুলি কোৱাত দেউতাক গুৰিয়াই দাঁতৰ তেজ উলিয়াইছিল, দৌৰাৰ আগতে সেই কথা মোৰ মনত আছিল, কিন্তু দৌৰিবলৈ লোৱাৰ লগে লগে সেই কথা মই পাহৰিলো। আৰু বৰ আচৰিত কথা—মই ভোগবাজ বেপাৰীৰে লগে লগে দৌৰিছো। কেতিয়াবা আমি দুয়ো ভাগৰি পৰিছো আৰু তেতিয়া ভোগবাজে হাতখন মেলি মোক সহায় কৰিব খোজাত তাক মই দেৱতা বুলি ভাবিছো। কেতিয়াবা আকৌ সি আধা খোৱাকৈ এৰা কুঁহিয়াৰৰ চোবাখিনি খাইছো আৰু তাকেই অমৃত বুলি ধৰি তাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছো। অথচ ভোগবাজৰ প্ৰতি মোৰ কোনো ভাল ভাব থাকিব নোৱাৰে, তাৰ প্ৰতি এক প্ৰচণ্ড আক্ৰোশ মই সযত্নে পুহি ৰাখিছো, তাৰ ক্ষতৰক্তাক্ত দেহাটো সমুখত লৈ প্ৰাণখুলি হঁহাৰ পৰিকল্পনা কৰিছো, তাৰ মেদ বহুল প্ৰকাণ্ড শৰীৰটো শিকলিৰে বান্ধি চোচোৰাই লৈ ফুৰোৱাৰ কল্পনা কৰিছো, কিন্তু দৌৰিবৰ সময়ত সেই ভোগবাজৰ হাতখনতে নিৰাপত্তাৰ আশ্বাস পাইছো। তাৰ দৃষ্টিত আমাৰ প্ৰতি থকা অতুলনীয় স্নেহৰ সন্ধান পাইছো। তাৰ উচ্ছিষ্ট খাদ্যত আমি জীৱন শক্তিৰ উৎস বিচাৰি পাইছো। মই দৌৰিছো—মই বহুত বছৰ ধৰি দৌৰিছো। মোৰ লক্ষ্যস্থান? মই ক'ব নোৱাৰো। কলেজত পঢ়ি থকা মোৰ ভাইটোৱে মাজে মাজে মোক বাট ভেটি ধৰিব খোজে। সি অবাধ্য আৰু বিপথগামী বুলি মই ইতিমধ্যে ঘোষণা কৰি দিছো। মোৰ কথাত মা দেউতা প্ৰত্যয় গৈছে। মাজে মাজে তাৰ চকু দুটা দেখিলে অৱশ্যে ভয় লাগে, মাজে মাজে তাৰ হাতৰ মুঠিটো দেখিলে ভয় লাগে, মাজে মাজে তাৰ অহঙ্কাৰ দেখিলে ভয় লাগে আৰু মাজে মাজে তাৰ কথাবোৰ শুনিলে, দৃঢ়তা দেখিলে, আত্মবিশ্বাস দেখিলে, ক্লান্তিবিহীন সন্ধানী সংগ্ৰাম দেখিলে মৰমো লাগে। মনে মনে তাক ভাল পাবলৈ মন যায়।

মনে মনে তাক সহায় কৰিবলৈ মন যায়, কিন্তু মনে মনে তাৰ কষ্ট কল্পিত জীৱনাদৰ্শন কথা শুনি চক খাওঁ। বিসকলে মোক মোৰ কষ্ট কল্পিত নিষ্ঠুৰ, ত্যক্ত আৰু ৰূঢ় বৰ্ত্তমানক মুহূৰ্ত্তেই শেষ কৰি দি তাৰ ঠাইত সোণালী স্বপ্নৰ মায়াৰে মোৰ অদূৰ আগন্তুক ভৱিষ্যতক সবুজ সুন্দৰ কৰাৰ প্ৰতিশ্ৰুতি দিছে সেই ক্ষণিক প্ৰতিশ্ৰুতিৰ মোহত পৰিয়েই মই সেই সকলৰ পাছে পাছে দৌৰিছোনেকি ? ইয়াতো যে মোৰ বৰ কষ্ট হৈছে। মাজে মাজে মোৰ উশাহ বন্ধ হৈ যাব খোজে, মাজে মাজে মোৰ হৃদপিণ্ড ভয়ঙ্কৰ দ্ৰুততাৰে উঠা নমা কৰে, মাজে মাজে মোৰ শৰীৰৰ অৱশিষ্ট শক্তিকনে শৰীৰৰ বোজা বহন কৰিবলৈকো অক্ষমতা প্ৰকাশ কৰে, মাজে মাজে দৃশ্যমান জগতখনে ঘূৰ্ণায়মান অৱস্থাৰে মোৰ দৃষ্টিত ধৰা দিয়ে, মাজে মাজে মোৰ কণ্ঠনলীয়ে তাৰ দুৰন্ত পিপাসাৰ তাড়নাৰে মোৰ নাড়ী ভুৰুবোৰকো সঙ্কোচিত কৰি আনি মোৰ বিপক্ষে দুৰ্বাৰ বিদ্ৰোহ কৰে।

অথচ মই দৌৰিছো কাৰণ মোৰ আগে আগে আৰু বহুত মানুহ দৌৰি দুৰ্বাৰ বিদ্ৰোহ কৰে।

অথচ মই দৌৰিছো, কাৰণ মোৰ আগে আগে আৰু বহুত মানুহ দৌৰি যোৱা দেখিছো। কাৰণ মই স্বকীয়া অস্তিত্ব পৰিহাৰ কৰি এক বিশৃঙ্খল মিছিলৰ হূৰ্ত্তগোলৰ মাজত নিজকে এৰি দিছো, কাৰণ মই নেদেখা গছৰ সোণালী ফল নিজে নিচিঙাকৈ খাবলৈ পাম বুলি মুখ মেলি আছো, কাৰণ মই 'মই' নোহোৱা হৈ গৈছো। মই দৌৰিছো। ভোগৰাজে মাজে মাজে তাৰ ভৰি দুখন মোক পিতিকি দিবলৈ কয়, দিওঁ। মাজে মাজে সি সুপ্ৰস্তুত সুগন্ধি, সুখাদ্য ভক্ষণ কালত মোক ওচৰতে বহি থাকিবলৈ কয়, থাকো। মাজে মাজে তাৰ ভোজনান্তত সি মোক উদৰ পূৰণৰ উগাৰ মাৰিবলৈ কয়, মাৰো। কিন্তু ভোগৰাজ মোৰ শত্ৰু, সেই কথা মই পাহৰি যাওঁ। এক নিবীৰ্য্য অনুসৰণৰ নিলৰ্জ্জ উপলব্ধিও মোৰ মাজে মাজে হয়, তাৰ হাওঁফাওঁ আজুৰি আনি ছিঙি পেলোৱাৰ উত্তেজনাও অনুভৱ কৰো। তথাপি মই

দৌৰিছো। মই কেতিয়াৰ পৰা দৌৰিছো? বহু বছৰ ধৰি মই দৌৰিছো। মোৰ মনত পৰে—মই যেতিয়া প্ৰথম দৌৰিবলৈ আৰম্ভ কৰো তেতিয়া সুদৰ্শন বৰুৱাৰ ঘৰলৈ আমি সততে যাব পাৰিছিলো আৰু সুদৰ্শন বৰুৱাৰ বিধবা মাকে যদি কাবোবাৰ ঘৰৰ পৰা টোপোলা আনিব তেতিয়া তেওঁ আমাৰ ঘৰৰ ভাত খাইছিল। এতিয়া সুদৰ্শন বৰুৱাৰ ঘৰ সোমাবলৈ মোৰ ভৰি কঁপে, সুদৰ্শন বৰুৱাৰ গেটত দুটা বন্দুকধাৰী চকিদাৰ থাকে আৰু মোৰ ঘৰ? আচলতে মোৰ ঘৰ এতিয়া নাই। আমাৰ মাটি ভেটি ভোগৰাজক দি দিয়া হল। সি দেউতা নমৰালৈকে আমাক সেই পুৰণা ঘৰটোতে থাকিবলৈ দিছে। নতুনকৈ ঘৰ-দুৱাৰ সাজিবলৈহে মানা আছে। সুদৰ্শন বৰুৱা আৰু আমাৰ এই পৰিবৰ্ত্তন যেতিয়াৰ পৰাই আৰম্ভ হৈছে তেতিয়াৰ পৰাই মই দৌৰিছো। দেউতাও দৌৰিছিল, পিছে দেউতাই এতিয়া দৌৰিব নোৱাৰে। ভোগৰাজৰ লগত কথা কটাকটি কৰাৰ কাৰণে ভোগৰাজে দেউতাক এতিয়া উঠিব নোৱাৰাকৈ মৰম কৰি থৈছে। এতিয়া মই দৌৰিছো। কেনি? ওঁহো, ক'ব নোৱাৰো, মই দৌৰিছো। ভোগৰাজহঁত দৌৰিছে, ময়ো দৌৰিছো। আৰু মই দৌৰিব নোৱাৰো, মই অৱশ হৈ পৰিছো, মোৰ দৃষ্টি দুৰ্ব্বল হৈ পৰিছে, মোৰ কণ্ঠ ৰুদ্ধ হৈ গৈছে, মোৰ কণ্ঠৰ শ্ৰৱণশক্তি হেৰাই গৈছে, মই বাগৰি পৰিছো, মই কেৱল অনুভৱ কৰিছো যে মোৰ দেহা ক্ষত-বিক্ষত হৈছে, মোৰ শৰীৰৰ কোনো অঙ্গ হয়তো এৰাই গৈছে, কিন্তু কোনেও মোক ঘূৰি চোৱা নাই। কোনেও মোক দাঙি ধৰা নাই। মোৰ ভাইটোৱে মোৰ ওপৰত খং কৰিছে, কিন্তু মই জানো সিয়েই মোক তুলি ধৰিব লাগিব। তালৈ খবৰ এটা দিব লাগিব। সি আহিব। সি মোক গালি পাৰিব, মই সহ্য কৰিম, কাৰণ মই জানো সি মোক ভাল পায়। উস, মোৰ বৰ ভাগৰ লাগিছে, মই বহুদিন ধৰি দৌৰিলো, কিন্তু ক'তা মইতো কেনিও আগবাঢ়িব নোৱাৰিলো। মোৰ এই দৌৰৰ গতিশক্তি নাছিল? মই যেখোন একে ঠাইতে বৈ থাকিলো।

# ঘৰ

ইহঁত কেইটাই নিজে কিবা এটা কৰিব পাৰিব বুলি মোৰ কাহানিও বিশ্বাস নাছিল আৰু এতিয়াও নাই। মোৰ পাচোটা ল'ৰাৰ ভিতৰত বৰটোৱেই ঘৰখন ধৰিব পাৰিব বুলি আশা এটা ৰাখিছিলো কিন্তু পিছত দেখিলো মোৰ সেই আশাও ভুল। গতিকে ইহঁতক সোধ-পোচ কৰি কিবা এটা কৰাৰ কথা নাভাবি মই মোৰ নিজৰ 'প্লেনে'ৰেই কাম কৰি গলো। ঘৰটো হ'লগৈ। প্ৰায় দহ লাখ সাতাইশ হাজাৰ টকাৰ ঘৰ,-সাতোটা ৰুম, ডাইনিং হল, বাথ, ষ্টৰ—এইবোৰ সকলো সৰু-সুৰা কোঠা ধৰিলে ঘৰটোৰ মুঠ কোঠাৰ সংখ্যা বাৰটা। সৰু হবনেকি বাৰু। পাচোটো ল'ৰাৰ বাবে পাচোটা, আমাৰ বুঢ়া-বুঢ়ীৰ কাৰণে এটা, ছোৱালী দুজনী বছৰে ছমাহে আহিলে সিহঁত যাতে অসুবিধাত নপৰে তাৰ বাবেও এটা আছুতীয়া কোঠা, আলহীৰ বাবে এটা। মুঠতে এবছৰ তিনিমাহত মুঠ তিনিকঠা মাটিৰ চৌহদত মোৰ ঘৰটো হলগৈ। ইহঁত পাচোটাই লগ লাগি এনে এটা ঘৰ সাজিব পাৰিব? নোৱাৰে। মই খাটাং জানো, নোৱাৰে। কাৰো পৰা ফুটা পইচা এটা নোলোৱাকৈ দহলাখ সাতাইশ হাজাৰ টকাৰ ঘৰ সজালো। তিনিটা লৰা আৰু দুজনী ছোৱালীৰ বিয়া পাতিলো মই, ৰিটায়াৰ হোৱাৰ পাছত। আন দহজনী ছোৱালীতকৈ যে মোৰ ছোৱালীৰ বিয়া ডাঙৰকৈ, আন দহজনী ছোৱালীতকৈ যে মোৰ ছোৱালীৰ লগত দিয়া যৌতুকৰ বস্তু কেইপদ দামী, চকুত লগা সেই কথা সাত শতকৰেও স্বীকাৰ কৰিব। এই খিনি কাম মই ৰিটায়াৰ হোৱাৰ পাঁচ বছৰৰ ভিতৰতে কৰিলো। আৰু সকলোতকৈ ডাঙৰ কাম হৈছে—সৰু ল'ৰা প্ৰদীপক বিদেশত পঢ়ালো। কি বিষয়ত পঢ়িছে মই অৱশ্যে ভালকৈ নাজানো। পঢ়াশুনা বিষয়ত মই বহুত কথাই নাজানো। জনাৰ প্ৰয়োজনো নাছিল। তথাপি মেট্ৰিকৰ দেওনা পাৰ নোহোৱাকৈ

ডি. টিত সাধাৰণ কেৰানী কাম কৰি মই যিমানখিনি কৰিলো মোৰ এম এ পাছ ডাঙৰটো ল'ৰাই, বি. এ পাছ দ্বিতীয়টো ল'ৰাই, এম. কম, বি. এল. পাছ তৃতীয়টো ল'ৰাই, ইঞ্জিনীয়াৰিং পাছ চতুৰ্থটো আৰু বিদেশত 'কিবা' পঢ়ি থকা পঞ্চমটো ল'ৰাই কৰিব পাৰিব ? নোৱাৰে। সিহঁতে পঢ়া-শুনা কৰি ফুটনি কৰিলে কি হব। মই কিবা বুজি নাপাওঁনে আৰু। মই ৰিটায়াৰ হোৱাৰ পিচত দ্বিতীয়টো ল'ৰাক কৈছিলো মোৰ অফিচতে সোমাবলৈ, ওপৰৱালা কিজনো তাক চাকৰি দিবলৈ সন্মত আছিল। সি নকৰিলে। প্ৰথমটো আকৌ ইমান বেছি 'কোৱালি ফাইড' যে সেই কোৱালিফিকেশ্যন লৈ তেনে চাকৰি কৰিবলৈ তাৰ হেনো লাজ লাগে। ইহঁতক লৈ কি হ'ব মোৰ আৰু বুজিবলৈ বাকী আছেনে ? এতিয়া কি কৰিছে ইহঁতে ? ঘৰ মই সজাই থৈছো, মাটি মই লৈ থৈছো, বিয়া মই পাতি দিছো, তাহঁতৰ আৰু কৰিবলৈ আছে কিটো ?

ঘৰটো মই মোৰ নিজৰ 'প্লেন'ৰে কৰিলো। মোৰ নিজৰে সোমাই ভাল লাগে। সৰু হ'বনেকি ? এই খিনিৰ ভিতৰত কিন্তু ডাঙৰ ঘৰ আচলতে দহলাখ সাতাইশ হাজাৰতকৈ বেছিহে পৰিলে হেতেন, ঠিকাদাৰ মিস্ত্ৰিবোৰ এসময়ত মোৰ লগত খাটিব আছিল বাবেহে বিটায়াৰ হলেও সিহঁতৰ কাম মই অফিচত গৈ কৰাই আনিব পাৰো কাৰণেহে। ঘৰটো হৈ যোৱাৰ পিছতে ইহঁতৰ মাকক লৈ তীৰ্থ কৰি অহাৰ কথা ভাবিছিলো। ভাবিছিলো দূৰে দূৰে চাকৰি কৰি থকা চাৰিওটা ল'ৰাক বোৱাৰী কেইজনীৰ সৈতে মতাই আনিম, ছোৱালী কেইজনীও আহিব, যদি সম্ভৱ হয় বিদেশত থকা সৰুটো ল'ৰাকো কম ঘৰ লবলৈ, সেইদিনাই, যদি সম্ভৱ হয়, শেষৰ ল'ৰা দুটাৰো বিয়াৰ বিষয়ে আলচ কৰি সিহঁতে মত দিলে বিয়া পাতি পেলাম। তাৰ পাছত আমি বুঢ়া-বুঢ়ীয়ে তীৰ্থ কৰি আহিমগৈ। ঘৰটো হলগৈ, ল'ৰা পাচোটাও গোট খালেহি, ছোৱালীকেইজনীও আহিছিল, কিন্তু ঘৰলোৱা পতাৰ আগতেই মোক অকলশৰীয়া কৰি ইহঁতৰ মাক

গুচি গ'লগৈ। এসপ্তাহনে দহদিন বেমাৰ পৰিয়েই মানুহজনী এনেদৰে গুচি যাব বুলি ভবা নাছিলো। তীৰ্থলৈ যাবৰ কাৰণে ৰখা আচুতীয়া পইচা কেইটা তেওঁৰ শ্ৰাদ্ধতে খৰচ কৰিলো। ইহঁতৰ মাক মৰাৰ পিচৰে পৰা মোৰ অৱশ্যে ঘৰুৱা কাম-কাজত মন নবহা হৈছিল। গাৰ শক্তি ভালেখিনি কমি গৈছিল। মোৰো সংসাৰৰ প্ৰতি বিৰাগ আহিছিল। পিচে লৰাহঁতে বোৱাৰীকেইজনীয়ে আৰু ছোৱালী দুজনীয়ে মোৰ কথা বুজিব পাৰিয়েই নেকি জানো কিছুদিন মোক অকলে এৰি নোযোৱাটোকেই ঠিক কৰিছিল। ডাঙৰ ল'ৰাটোৰ ছোৱালী দুজনী, ল'ৰা এটা; তাৰ পিছৰটোৰ দুজনী ছোৱালী, তৃতীয়টোৰ বোৱাৰী দুই এমাহতে মাকৰ ঘৰলৈ যাব, নাতিহঁতক লৈও মোৰ মাজে মাজে চিন্তা হয়। ঘৰটোত ইহঁতৰ কাৰণেও সুকীয়াকৈ খেলা কোঠা এটা সজোৱা ভাল হব। সিহঁতৰ প্ৰত্যেকেটোৰ খেলৰ সা-সৰঞ্জাম জানো কমসোপা হ'ব। সেইবোৰ থবলৈকোতো কোঠা এটা লাগিব। ঘৰ সৰু নহব জানো? ইহঁতৰ মাকৰ শ্ৰাদ্ধ হৈ যোৱাৰ পিচতে লৰাহঁত নিজৰ নিজৰ চাকৰীৰ ঠাইলৈ গুচি গ'লগৈ। উপায় নাই হেনো। দেউতাক অকলে ঘৰখনত থৈ········। যাবৰ সময়ত প্ৰত্যেকেই দুখ কৰিছিল। ল'ৰাহঁতে কৈছিল বোৱাৰী কেইজনীয়ে হেনো মোক এনেকৈ দেউকনৰ লগত এৰি থৈ (দেউকন যোৱা যোল বছৰ মোৰ লগতে আছে। পাকঘৰৰ কাম কৰে) যাবলৈ দুখ পাইছে, কিন্তু সৰু সৰু কেইটাৰ স্কুল, সিহঁতৰ তদাৰক, অফিচৰ ভাত আদি এশ এটা জঞ্জালৰ বাবেই যাব লগা হল। ছোৱালীকেইজনীয়ও তাকেই কলে। মই বুজো, কিয় নুবুজিম। সংসাৰৰ বহুত লেঠা। মই এতিয়া বুঢ়া হলো সিহঁতে এতিয়া মোৰ লেঠা-পিঠা মাৰি থাকিলেই হ'বনে? মই সিহঁতক আনন্দেৰে পঠিয়ালো আৰু নতুন ঘৰটো হৈ উঠিলেই সিহঁতলৈ মই লিখিম বুলি কলো, যাতে ঘৰ লোৱাত আকৌ এনেদৰে সকলো গোট খায়হি। ইহঁতৰ মাক ঢ়ুকাল, নাতি আৰু বোৱাৰীহঁতক লৈ লৰাহঁত গলগৈ, জোৱাই

কেইটা আছি ছোৱালীকেইজনীকো নিলেহি। এতিয়া মই দিনৰ দিনটো নতুনকৈ সজা ঘৰটোতে লাগি থাকো। ৰাজমিস্ত্ৰীৰ পিচে পিচে লাগি ফুৰো। মূৰত কিবা এটা নতুন 'প্লেন' খেলালে তাকে কৰিবলৈ নিৰ্দ্দেশ দিওঁ। ঘৰটোৰ প্ৰতি চপৰা ইটা, সম্ভৱ প্ৰতিটো বালিত, মোৰ হাত লাগিছে। ইহঁতৰ মাক জীয়াই থাকোতেই ঘৰটোৰ বেছি ভাগ কাম হৈছিলগৈ, মানুহজনী জীয়াই থকা হলে ইমানদিনে ঘৰলোৱা হৈ গ'লহেঁতেন, পিচে মাজতে খেলি মেলিখন হৈ যোৱাত তাত থকা দোষ ত্ৰুটিবোৰ শুধৰোৱাত লাগিলো। ডাঙৰ কেইটাই কৈ গৈছে এবছৰৰ ভিতৰত ঘৰ লোৱা নাপাতিবলৈ। কাৰণ সৰুটো ল'ৰা এবছৰৰ পিচতেই বিদেশৰ পৰা ঘূৰি আহিব, গতিকে তেতিয়াহে আকৌ এটাইকেইটা লগ লাগিব পাৰিব। সৰু মাজুটোৰ বিয়াও তেতিয়াহে হব হেনো। গতিকে ঘৰ লোৱা এবছৰ পিচুৱাব লগা হল যেতিয়া তাৰ বাবে মই ঘৰটোতেই লাগি থাকিলো। দেউকনৰ হতুৱাই, মানুহ লগাই, নিজে লাগি ফুলনি খনো পাতিলো—গোলাপ, তগৰ, খৰিকাজাঁই, ৰঙাজৱা, গধুলি গোপাল গুলঞ্চ আদি ফুলৰ পুলি নিজৰ হাতেৰে কলো। ল'ৰাহঁতৰ মাক আৰু মোৰ বাবে আছুতিয়াকৈ সজা কোঠাটোৰ খিৰিকীৰ কাষত গুলঞ্চ এজোপা ৰোৱাৰ কথা আগতে আছিল এতিয়া সেইকথা বাদ দিলো। ল'ৰাহঁতৰ মাকে গুলঞ্চ ফুল বৰ ভাল পাইছিল আৰু আমাৰ বাবে সজা কোঠাটোত সোমাই এদিন কৈছিল: সৌ খিৰিকীখনৰ সিফালে হেৰি সেই গুলঞ্চ ফুল এজোপা কই দিলে ভাল নহবনে বাৰু? গুলঞ্চ পুলিটো লৈ মোৰ কথাষাৰ মনত পৰিছিল। গুলঞ্চ পুলি কলো, কিন্তু খিৰিকীৰ কাষত নহয়। মূঠতে এখন ফুলনিও পাতিলো। লোৱাৰ আগতে ঘৰটোত আকৌ এবাৰ চুনতেল দিয়ালো।

এবছৰৰ মূৰত ল'ৰাহঁত আকৌ আহিল। ছোৱালীহঁতো। নাতিৰ সংখ্যা বাঢ়িল, আগৰখিনি ডাঙৰ হ'ল। সিহঁতৰ কাৰণে মই

আছুতীয়া কোঠা এটাও সজাইছো। সকটো ল'ৰাও বিদেশৰ পৰা পালেহি। সি তাতেই চাকৰি ঠিক কৰি আহিছে। মুঠতে ইয়াত হেনো এমাহমানহে থাকিব, ডাঙৰটোৱে মাটি দেব কঠা ডিব্ৰুগড় টাউনতে লৈছে আৰু ঘৰৰ কামো আৰম্ভ কৰিছে। দ্বিতীয়টোৱে মাটি এনেয়ে পালে, শহুৰেকে দিলে, সৰু ঘৰ এটা সাজি সেইটো ভাঁড়া দিছে, তৃতীয়টোৱে চৰকাৰী ঋণ ত্ৰিশ হাজাৰ পাইছে, সি গুৱাহাটীত মাটি লব। চতুৰ্থটো ট্ৰেন্সফাৰ হৈছে অৰুণাচললৈ। তহঁতে এতিয়া যেয়ে যি কৰ কৰি থাক। মই মোৰ কাম কৰিছিলো। পাৰিবি ইমান এটা প্ৰকাণ্ড ঘৰ সাজিব, তহঁতে পাৰিবি। মোৰ কাম মই কৰিলো। এতিয়া তহঁতে চাকৰি কৰ, ঘৰ ৰাখ, যি খুচী তাকে কৰ।

ধুমধামেৰে ঘৰ লোৱা হৈ গ'ল। কিমান টকা খৰচ হ'ল তহঁতমখাক মই হিচাপ নিদিওঁ। কাৰণ ঘৰ লওতে দহ হাজাৰ টকা খৰচ হ'ল। তহঁতক মই এক পইচাও খোজা নাই। এই অঞ্চলটোৰ মানুহখিনিক নুখুৱালে হবনেকি ? মোৰ কাম মই কৰি দিছো, মাৰ থকা হলে..........।

কিন্তু খেলিমেলিখন লাগিছে এতিয়াহে। ঘৰত কোন থাকিব ? বোৱাৰীকেইজনীক ইয়াত থৈ ল'ৰাহঁত বোলে ইমান দূৰত নিশ্চিন্ত হৈ থাকিব নোৱাৰে, তদুপৰি ল'ৰা-ছোৱালীৰ পঢ়া শুনাৰ কথাও আছে আৰু সদাই একে লগে ককাইভাই থকাটো সম্ভৱ নহয় যেতিয়া এতিয়াই বেলেগে বেলেগে নিজৰ ৰবীয়াকৈ ঘৰ একোখন পাতি লোৱাহে ভাল হেনো।

মই ইমানখিনি কথা ভবা নাছিলো।

সৰুটোৱে ক'লে, সকলোতকৈ ডাঙৰ কথা হৈছে ঘৰটোৰ প্লেন অত্যন্ত 'ডিফেক্টিভ'। ভৱিষ্যতে ইয়াত থাকিব লগাহলে ঘৰটো ভাঙি লৈ নতুনকৈ সাজিব লাগিব।

মোৰ সকটো ল'বাই হেনো ইঞ্জিনীয়াৰিং পঢ়ি আছিছে। গতিকে তাৰ কথা অশুদ্ধ হব নোৱাৰে। সি ভালেকেইটা ডিফেক্ট মোক দেখুৱালে। কি দেখুৱালে মই কিন্তু ক'ব নোৱাৰো। কাৰণ সিমানবোৰ কথা মই ভবা নাছিলো।

ইহঁত গোটেই মথা আজি যাবগৈ। সকটো বায়েকৰ ঘৰলৈ গৈ তাত পোন্ধৰাদিনমান থাকিব। যাওক দেউকন আৰু মই আছো নহয়, ঘৰটো আমি চম্ভালিব পাৰিমনে? বৰ ডাঙৰ হলনেকি। ডিফেক্টভো। ভাঙিব লাগিব।

# ৰাধা কলঙ্কিনী

[ মোৱামৰীয়াই আহোমৰ ৰাজপাট দখল কৰাৰ পিছত আহোম কুঁৱৰী কুৰঙ্গনয়ণীৰ সতীধৰ্ম ৰক্ষা কৰা সোণাই লিগিৰীৰ এটি কাহিনীৰ আলমত। ]

চকুৰ পৰা বাগৰি অহা পানীখিনি তাই মোহাৰি ল'লে।

কাৰেংঘৰ উখল মাখল। ঘনশ্যাম হাজৰিকা আৰু বাইলুঙ ডেকা সমদলে গৈ স্বৰ্গদেউ লক্ষ্মীসিংহক বৰদোলৰ পৰা গড়ৰ ভিতৰলৈ আনিলে। আইকুঁৱৰী দেউতায়ো চিকুণকৈ মূৰ ফণিয়াই, আ অলংকাৰ পিন্ধি সাইলাথ গোঁসানী গতেৰে স্বৰ্গদেউক আদৰি আনিলে। স্বৰ্গ-দেউৰ মন বৰ ফৰকাল নহয়। আইকুঁৱৰী দেউতাৰ মুখত কিন্তু হাঁহি। দুবাৰমান আইকুঁৱৰী দেউতাই নিজে আহি তাইৰ খবৰ লৈ গ'লহি। ঘিলামৰীয়া ঘৰৰ চেনেহী লিগিৰীক তাইৰ ওচৰত থৈ গৈছে। তাইক চোৱা চিতা কৰিব। চেনেহীয়েই খবৰ দিলে বোলে স্বৰ্গদেৱে গোঁহাই হাজৰিকাক একেবাৰে বুঢ়াগোঁহাইৰ পদত বহুৱালে। বৰগোঁহাইৰ বাব দিলে বাইলুঙক আৰু ভদ্ৰসেনক পাতিলে বৰবৰুৱা। চেনেহীক তাই এইবোৰ খবৰ সোধা নাছিল, উপগাচি ক'লেহি। চেনেহীৰ পৰা যিটি খবৰ শুনিবলৈ বিচাৰিছিল, সেইটি খবৰ এপৰমান দেৰিৰ পিছতহে দিলেহি, কলিতাৰ খবৰ। কলিতা ককাইদেউ। সংক্ষেপে বোলে কেকেৰু। বৰগোঁহাই বিলতীয়া পাইক খনিকৰ ভুঞাৰ ল'ৰা কেকেৰু কলিতা হাজৰিকা। তেওঁকো বোলে কাঠবৰুৱাৰ বাব দিলে। কাকতি সকলৰ ওপৰৰ বিষয়া। এইবাৰ প্ৰায়ে কায়স্থ কুলৰ মানুহকেই দিয়ে।

কব নোৱাৰাকৈয়ে তাই হাঁহি পেলালে। চেনেহীক তাইৰ সুধিবলৈ মন গৈছিল—'কেকেৰু ককাইদেউ বাৰু এতিয়া ক'ত আছে জাননে?' পিছে নুসুধিলে। কথাবাৰ ওলাও ওলাও বুলিও ডিঙিৰ পৰা পাৰ হৈ নাহিল। এবাৰ, অন্ততঃ এবাৰমানলৈ হ'লেও তেওঁ সোণাইক দেখা এটা দিবহি বুলি বৰ আশা কৰিছিল। হয়তো সময়েই

হোৱা নাই, হয়তো দৰকাৰো হোৱা নাই, হয়তো তাইৰ কথা মনলৈকে অহা নাই— ।

তাই হুমুনীয়া পেলালে । চকু দুটা আৰু' মোহাৰি ল'লে । কেকেকৰ মুখখনে বাৰে বাৰে তাইক আমনি কৰি আছে । আমনি নহয়নোকি— ভাবি ভাল লাগে, অথচ তাই নিশ্চয়কৈ জানে এইবোৰ ভাবি লাভ নাই । কৰিব লগাখিনি তাই কৰিলে । এতিয়া তাইৰ অধ্যায় শেষ । মাথোন বাকী আছে—

বুকুখনত তাই মোচোকা খোৱাদি খালে । এৰা, আৰুনো কি বাকী আছে । এতিয়াতো তাই আৰু সোণাই লিগিৰী হৈও থাকিব নোৱাৰিব । কাৰোবাৰ ওচৰত খোলামনেৰে মুখ দেখুৱাবলৈকো তাইৰ এতিয়া সত নাযায় । কেকেক ককাইদেৱে তাইক মাত এষাৰ লগাবলৈ আহিলেই যেনিবা, তাই মুখ দেখুৱাব পাৰিবনে ? নিজৰ ওপৰতে তাইৰ ঘিণ লাগে । কথাষাৰ ভাবিলে তাইৰ ব'মি হ'ব যেন লাগে, গা বিছা কৰলে ডকাদি ডাকে । নিজকে তাইৰ কুঁহিয়াৰৰ চোবাসোপা যেন লাগে । আশাকৰাটো অন্যায় বুলি তাই জানে, তথাপি আশা কৰিছিল এইটো দেহাত এদিনলৈ হ'লেও কলিতা ককাইদেউৰ পৰশ লাগক । এতিয়া পিছে তাইৰ ওচৰলৈ কলিতা ককাইদেউ নিজেই আহিলেও তাই মুখ দেখুৱাই কথা এষাৰ ক'ব নোৱাৰে । বৰং বৰদৌলৰ ফালে চাই মনে মনে তাই প্ৰাৰ্থনা কৰিছে আৰু যেন কেতিয়াও কলিতা ককাইদেউৰ সৈতে তাই মুখামুখী হ'ব লগা নহয় ।

দূৰে-অদূৰে তেতিয়াও ঢোল পেঁপা বাজি আছে । কিন্তু এতিয়াও শেষ হোৱা নাই এথোন । স্বৰ্গদেৱে হেৰোৱা ৰাজ্য ঘুৰাই পালে, এই কাৰণতে ৰাজ্যত ৰং ৰহইচ চ'ৰিছে—সাঁতবিভ হ'ব লাগে, স্বৰ্গদেউ বহিবগৈ, আইকুঁৱৰীও লগত থাকিব । আইকুঁৱৰীক গোঁসানী ভেটিত তুলিবলৈ আদৰি অনাদি আদৰিবলৈ কাৰেঙৰ বাকৰিত লোকে লোকাৰণ্য হৈছে । স্বৰ্গদেৱে নিজে আইকুঁৱৰীক কৈছে, "মোক ৰজা তুমিহে পাতিলা । তুমি মোৰ আই হ'লা । তোমাক ৰাঘৰ ৰাজঘৰৰ

সকলোখিনি দিছোঁ। সোণাই লিগিৰীক যাতো ৰাখিছা বুলি শুনিছোঁ, ধন্য ধন্য ককাইদেউৰ ভাৰ্য্যা।" হাঁহি মাৰি, গৰ্ব কৰি আইকুঁৱৰীয়ে স্বৰ্গদেউক সমিধান দিলে, "মৰাণে মোক জাতি মাৰিব নোৱাৰিলে। মই যেই সেই নহয়, মণিপুৰীয়া ৰজাৰ দুহিতা, মহাৰাজ জয়সিংহ মোৰ পিতৃ। আহোম, হিন্দু এই দুই প্ৰথামতে সাত দিন পানী তুলি নোৱাই ধুৱাই, গায়ন বায়ন আনি আনন্দ কৰাই গন্ধৰ্ব প্ৰথামতে আহি চলাজনা স্বৰ্গদেৱৰ পৰ্বতীয়া কুঁৱৰী হৈ আছিলো। তাৰ পিছত কোন সতেৰে হাতীচুঙ্গিৰ তিৰোতা হ'ম। ধৰ্মেহে জানে।" নহয়নো কি, ধৰ্মই জানে। আইকুঁৱৰীয়ে ঠিকেই কৈছে। আইকুঁৱৰী পবিত্ৰ হৈ আছে। মগলু কন্যা কুৰংগনয়নীক স্বৰ্গদেউ চুৰেম্‌ফা ওৰফে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই বৰজনা আইকুঁৱৰী পাইছিল। অগাধ বিশ্বাস আছিল আইকুঁৱৰীৰ ওপৰত। দেৱৰগাঁৱৰ বাহৰত স্বৰ্গদেৱৰ লোকান্তৰ ঘটাৰ পিছতো আইকুঁৱৰীৰ সন্মান অটুত আছিল। সেইবিলাক দিনৰ কথা সোণাইৰ মনত পৰে। স্বৰ্গদেৱৰ অতিচাৰ উদৰ ভেদ হৈছিল। বুঢ়াবেজৰ দুই পুতেক কৃষ্ণ আৰু ৰাম অহৰহ লাগি আছিল। কৃষ্ণই তেলীয়া ধুনা, শিলিখা বিপলিৰ লগত বটি সোণাইৰ হাততে দৰৱৰ শৰাইখন স্বৰ্গদেৱক দিবলৈ দিছিল, সোণায়ে সেয়ানো কি দৰব বুলি সোধাত কৃষ্ণই বোলে, "তই কি সোধ ? দে নি।" পিছে দৰবেই কাল হ'ল। চাৰিওফালে ওলালে বোলে "স্বৰ্গদেৱক বিহপৰা দৰৱ খুৱাই নাড়ী ছিণ্ডিলে।" স্বৰ্গদেউ লোকান্তৰ হোৱাৰ পিছত চুন্যেউফা ওৰফে লক্ষ্মী সিংহ স্বৰ্গদেউ হ'ল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই চলাজনা স্বৰ্গদেউৰ দৰৱ খুউৱা কথাকে লৈ সোধ লৈ দৰৱ বটা কাতি বৰাহীক ত্ৰিশকোব মাৰি কাণ এখন কটালে, বৰবটালীৰে কৃষ্ণৰ কাণ এখন খুলি পেলালে, লিগিৰী ভাসুৰো দণ্ড হ'ল। মগলু আইকুঁৱৰীয়ে পিছে সোণাইক দণ্ডৰ পৰা সকৱালে। বোলে, "তাই নিমাখিত, বিশ্বাসী। তাইত সোধ ল'ব নালাগে।" সেইদিন ধৰি তাই আইকুঁৱৰীৰ ছাঁ হৈ আছে। কিন্তু সিমানতো দুখৰ অন্ত নপৰিল। মোৱামৰীয়াসকলে হঠাৎ জাওুল খাই উঠি স্বৰ্গদেউৰ ৰাজ

কাৰেং, গোটেই ৰাজ্যখনকে খেলিমেলি কৰি পেলালে। তেতিয়া কিজানি আঘোণ মাহ আছিল, তাই অৱশ্যে মাহ দিন বাৰৰ কথা পাহৰিলে। বিদ্ৰোহী আহি নগৰ সোমালহি। স্বৰ্গদেৱকো ধৰি নি দৌলত বন্দী কৰি থ'লে। আইকুঁৱৰী, ঘনশ্যাম বুঢ়াগোহাঁই, দেউতাৰ ভাৰ্য্যাকে ধৰি এশমান জীয়ৰী-বোৱাৰী মোৱামৰীয়াই ধৰি নিলে। ভগী বুঢ়াগোহাঁই আৰু মাতুৰিয়ালৰ বৰজনা বৰগোহাঁই সমন্বিতে বৰবৰুৱা দেউতাকো নৰ্চচা শূলত দিলে। আইকুঁৱৰীয়ে সেইদিনা হুবাহুৰে কান্দিছিল। নাকান্দিবনো কিয়—বৰবৰুৱা দেউতাই মগলু আইকুঁৱৰীক তোলনীয়া জীয়েক বুলিয়েই লৈছিল। বিয়াও সেইখন ঘৰৰ পৰাই হৈছিল। আইকুঁৱৰী নিঠৰুৱা হোৱাদি হ'ল। সোণাইক সাৱটি ধৰি বোলে, "মোক নেৰিবি। ময়ো তোক নেৰো।" নাই এৰা, আইকুঁৱৰীক তাই নাই এৰা নাই। আইকুঁৱৰীৰ বাবে তাই আৰু বা কিয়েই কৰিবলৈ বাকী ৰাখিলে?

কথাখিনি ভাবি ভাবি সোণাইৰ চকুপানী ওলাই আহিল। চাদৰৰ আগ-টোৰে চেনেহীয়ে নেদেখাকৈয়ে থাওঁকতে চকুপানীখিনি মোহাৰি ল'লে। চেনেহীয়ে আৰু খবৰ দিলেহি। বোলে, স্বৰ্গদেৱৰ মন সমুলি ভাল নহয়। স্বৰ্গদেৱৰ মন ভাল লগাবলৈকে ডা-ডাওৰীয়া সকল টাকুৰি ঘূৰাদি ঘুৰিছে। আইকুঁৱৰীয়েও বুজনি দিছে, কেকেৰু কলিতা ডাওৰীয়াই—

কেকেৰু কলিতা। সোণাই আকৌ উচপ খাই উঠিল। চিকণ মুখেৰে তেজে ফুটো ফুটো কৰা কেকেৰু ককাইদেউ। সেইদিনা আইকুঁৱৰীয়ে সোণাইক পঠিয়ালে বৰগোহাঁইৰ ঘৰলৈ। বোলে, "বতাহনো কেনি বৈছে বুজ লৈ আহ গৈ। স্বৰ্গদেউ বৰদৌলত বন্দী, ডাওৰীয়াসকল জাগিছেনে নাই। শোৱাপাটীত আছে যদি জগাবৰ হ'ল। বৰগোহাঁইক কবি বাঘমৰাণ বৰবৰুৱা উঠি বজা, বহি বজা। কাক কেতিয়া বধে ঠিক নাই। কাণ থিয় কৰি ৰাখিব, জাগি শুব।" বৰগোহাঁই দেউতাৰ চ'ৰাঘৰলৈ বুলি সোণাই সোমাই গ'ল। ওৰণি ৰাৱণিৰে চকু-কাণ ঢাকি গৈছিল। কাৰ কেতিয়া শেন চকু পৰে ঠিকতো নাই। এনেকৈ বৰগোহাঁইৰ ওচৰলৈ আইকুঁৱৰীয়ে তাইক

মাজে সময়ে পঠিয়ায়। যুজ বাজ লয়। ৰবগোহাঁই দেউতায়ো বা-বাতৰি দিয়ে। সেইদিনা চ'ৰাঘৰত দেখিলে—চকুলৈ চালেই চেনেহ কৰিবলৈ মন যোৱা ডেকা এজনক। তাই প্ৰথমে থতমত খাইছিল। ৰবগোহাঁই দেউতাই সোণাইক দেখিয়েই কথাযাৰ বুজি পাই সহজ কৰি দিলে। বোলে, "ভয় খাব নালাগে। এয়া আমাৰ কৈদৰ। কেকেৰু কলিতা হাজৰিকা।" কেকেৰু ককাইদেৱে সোণাইলৈ চালে। কিয় জানো লাজতে তাই তলমূৰ কৰিলে। ককাইদেৱে ৰবগোহাঁই দেউতালৈ চালে। ৰবগোহাঁই দেউতাই বোলে, "সোণাই সোণাই লিগিৰী। মগলু কন্যা আইকুঁৱৰীৰ বৰ বিশ্বাসী লিগিৰী। ৰজাঘৰীয়া বা বাতৰি দি থাকেহি।" কলিতা ককাইদেৱে মিচিকাই হাঁহিলে। কোনে ধুনীয়া হাঁহি। ইয়াৰ পিছতো কেইবাৰমান সোণায়ে কেকেৰু কলিতা হাজৰিকাক লগ পালে। কথা-বতৰাও হ'ল। সোণায়ে ক'ব নোৱাৰাকৈয়ে তাইৰ দেহ-মন কেকেৰু কলিতাৰ নামত উছৰ্গা কৰিলে। পুৱা গধূলি সেইখন মুখ মনত পেলাই তাইৰ শৰীৰ শাঁত লগা হ'ল। আইকুঁৱৰীয়ে বৰবৰুৱাৰ বৰঘৰত থাকি থাকিয়েই যাক যেনেকৈ পাৰে লো তপত হোৱাৰ লগে লগে কোৰ মাৰিব পৰাকৈ সকলোকে সাজু কৰিলে। ৰাঘমৰাণ বৰবৰুৱাই ইতিমধ্যে ওভোই গোবে নাচিবলৈ আৰম্ভ কৰিছে। ৰমাকান্ত নামতহে ৰজা। মোৱামৰা মহন্তৰ আগত বন্দী স্বৰ্গদেৱে মুৰ নোদোঁৱাত স্বৰ্গদেউৰ গাতো একোব প্ৰহাৰ কৰিলে। চতুৰ্ভুজদেৱ মহন্তই ৰাঘৰ অতপালি দেখি হুকা-বধা কৰাত দুৰ্বচন বুলিলে। মোৱামৰীয়াসকলৰ মাজতো বু বু বা বা চলিল বোলে ৰাঘ বৰুৱাই ওভোট গোবে নাচিছে। চেকনি কোবোৱা ৰণ আৰম্ভ হৈছে। কেকেৰু কলিতাই দেখিলে—কুঁজত কিল সোধাবৰ হ'ল। সোণাইক খাটি আইকুঁৱৰীৰ লগত দেখা কৰিলে। পৰামৰ্শ কৰি ঠিক কৰিলে—ছচৰি গোৱা চলেৰে ৰাজঘৰত সোমাবগৈ। তাৰ পিছত·····

এইবোৰ কথা বুৰঞ্জীয়ে ৰাখিব। কিন্তু সোণাইৰ কথা? আজি তাই চুৱাপাতনিৰ চুৱা হ'ল। হওঁক, তাতো তাইৰ আক্ষেপ নাই।

মাখোন এবাৰ, এবাৰলৈ যদি তাই কেকেৰু ককাইদেউৰ চৰণ যুগল চুব পাৰিলেহেঁতেন। পিছমুহূৰ্ত্তত আৰু বৈ গ'ল। পাপী দেহাটোৰে তাই সেই পুৰুষক কিয় চুবলৈ যাব ?

শোকে তাইক খুন্দামাৰি ধৰা দি ধৰিল।

বাহিৰত ৰং ৰহইচ চলি আছে।

আইকুঁৱৰী আহি সোণাইকো মাতিছেহি। উঠি গৈ বাহিৰখন চাই আহিবলৈ কৈছে। সোণাই কিন্তু বহি আছে। প্ৰথমবাৰৰ বাবে তাই আইকুঁৱৰীৰ আদেশ অমান্য কৰিছে। আইকুঁৱৰীয়ে এবাৰ দুটা মাতেৰেই ক'লে—"তোৰ দেখোন শিপা গজিল।" তাই একো নামাতিলে। চেনেহীৰ হাতত আইকুঁৱৰীয়ে সোণাইলৈ বুলি কাপোৰ এসাজ, গহণা কেইপদমান পঠিয়াই দিলে, পিন্ধি উৰি তাই যেন ৰংমনে থাকে। স্বৰ্গদেৱেও এবাৰ সোণাইৰ খবৰ ল'লে। বৰদোলঘৰত বন্দী হৈ থাকোতে আইকুঁৱৰীয়ে গুপুতে সন্ধিয়া সোণাইৰ হাতেই স্বৰ্গদেৱলৈ বুলি জা জলপান পঠিয়াইছিল! চেনেহীয়ে ক'লেহি,—"স্বৰ্গদেৱে তোমাৰ খবৰ লৈছিল!" সোণায়ে একো নামাতিলে। অকণমান হাঁহিলে। এনেতে আৰু এটি খবৰ আহিল, কেকেৰু কলিতা হাজৰিকা কাঠবৰুৱাই সোণাইক লগ পাবলৈ বিচাৰিছে। খবৰ শুনি সোণাই সচকিত হ'ল। কিবা এক অবুজ আনন্দত গাত যেন শিহঁৰণ লাগিল। কেকেৰু ককাইদেৱে লগ পাব খুজিছে। চেনেহীৰ হাতত আইকুঁৱৰীয়ে দি পঠোৱা কাপোৰসাজ তাই পিন্ধি পেলালে। চেনেহীয়েই মুৰটো আগতকৈ ভালকৈ ফণিয়াই দিলে। অলংকাৰ কেইপদো পিন্ধি পেলালে। মাজে মাজে চকুপানীয়ে ডাগ লগোৱা গালখন ধুই পখালি ল'লে। মনটো তাইৰ উগুল থুগুল লাগিল। চেনেহীক ক'লে—"কাঠবৰুৱা ডাঙৰীয়াই আজ্ঞা কৰিলেই যাবলৈ সাজু আছো বুলি জনাই আহ।" চেনেহী তাইৰ কাষৰ পৰা আঁতৰি গ'ল।

কেকেৰু কলিতা। চকুহাল মুদি তাই সেই মুখখনকে মনত পেলালে। তাই যেন কৈ দিব—'তোমালৈকে, তোমালৈকে বাট চাই

আছো—মোৰ বুকুৰ আমঠু। তোমাৰ ওচৰত স্বৰ্গদেউৰ আদেশ, আইকুঁৱৰীৰ আদেশ কোন কুটা।' এনেতে বাহিৰত জয়ধ্বনি শুনিলে। লগে লগে চেনেহীয়ে আহি জনালেহি—"প্ৰজাসবৰ আগলৈ, স্বৰ্গদেউৰ আজ্ঞা অনুযায়ী, আইকুঁৱৰী ওলাইছে। সতীধৰ্ম ৰক্ষা কৰি আইকুঁৱৰীয়ে ৰাজকাৰেঙৰ মান ৰখাৰ বাবে ৰাইজে ধন্য ধন্য বুলিছে।"

'এৰা ধন্য। ধন্য আইকুঁৱৰী। ৰাঘমৰাণ বৰবৰুৱাই আইকুঁৱৰী কুৰংগনয়নীক ভাৰ্য্যাৰূপে বিচাৰিছিল। বহু কাকুতি কৰি আইকুঁৱৰীয়ে ৰাঘমৰাণ বৰবৰুৱাক নিশা শয়ন কক্ষলৈ যোৱাত বাধা দিছিল যদিও বেছিদিন নিটিকিলে। বৰবৰুৱাই এনিশা তেওঁৰ কামনা অদমনীয় হৈছে বুলি জনাই দিলে। সেই নিশা আইকুঁৱৰীয়ে নিজ হাতে সোণাইক আইকুঁৱৰীৰ দৰেই সজালে পৰালে, আইকুঁৱৰীৰ শেতেলিতে তাইক শুৱলৈ দিলে। বৰবৰুৱাক কলে—"চাকি লগাই শুব নাপায়। অমংগল হয়। আয়ু যায়, কালে আসে পায়।" ৰাঘ বৰবৰুৱাই চাকি মুমাই শুবলৈ দিলে। চাকি মুমাল! আন্ধাৰে আন্ধাৰে আইকুঁৱৰীয়ে সোণাইকে সেই শেতেলিত শুৱাই দি বোলে, "মোৰ ধৰ্ম ৰাখ। পুৰুষক মঙহহে লাগে। তোতে পাব।"

ৰাঘ বৰবৰুৱাৰ কামনাত সোণাইলিগিৰী কুঁহিয়াৰ চোবা হ'ল। তাইৰ দেহাৰে আইকুঁৱৰীৰ সন্মান ৰাখিলে। লিগিৰী হৈ তাই প্ৰভুৰ সেৱা কৰিলে।

নাই, নাই, এতিয়া কি সতেৰে তাই কেকেৰু ককাইদেউক দেখা দিব, তাই এই চুৱা দেহাটো লৈ—? অসম্ভৱ, কেতিয়াও নোৱাৰে। চেনেহীয়ে নেদেখাকৈ তাই এপাকত ক'ৰবালৈ ওলাই গ'ল। দূৰলৈ, বহুত দূৰলৈ।

আইকুঁৱৰীৰ জয়ধ্বনি তেতিয়াও চলি আছিল। □